Purani Gharar Maya' written by Riju Hazarika
& Published by Asomi Prakashan, 1986
price Rs 15 00

---

প্ৰকাশক ঃ
অসমী প্ৰকাশন
পানবজাৰ
গুৱাহাটী—৭৮১০০১

প্ৰথম প্ৰকাশ
১৯৮৬, জুলাই

মূল্য ঃ ১৫ টকা

বেটুপাত
প্ৰবীন বৰা

মুদ্ৰক :
জনজীৱন প্ৰেছ
পানবজাৰ
গুৱাহাটী—৭৮১০০১

## নিবেদন—

"পুৰণি ঘৰৰ মায়া"—আমাৰ চুটি গল্প সংকলনৰ শাৰীত এয়া অষ্টম শৰাই। পুৰণি গল্পবোৰ অসমবাণী জন্মভূমি, অগ্রদূত, নবদূত, ৰংঘৰ ময়ূৰ, প্ৰলাশী, সমাজ, মনোৰঞ্জন, মনিকূট আদি বিভিন্ন সংবাদপত্র আলোচনী আদিত সিচঁৰিত হৈ আছিল। তাৰে ওঠৰটা গল্প সংগ্ৰহ কৰি পুৰণি ঘৰৰ মায়াত সংস্থাপিত কৰা হ'ল। এই ক্ষেত্ৰত মোক সহায় কৰিলে অসমী প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীযুত নাৰায়ণ দাসে। তেখেত অসমৰ এজন স্বনামধন্য প্ৰকাশকেই নহয় -এজন নামকৰা লেখকো। গল্প, উপন্যাস, শিশু সাহিত্যৰ ভাস্বমান কিতাপ তেখেতেও লিখি উলিয়াইছে। লেখকে লেখকৰ বেদনা বুজি পায়। কিতাপ এখন প্ৰকাশ হৈ ওলালে যি অনাবিল আনন্দ—সেই আনন্দৰ যেন একোৰে লগত তুলনা কৰিব নোৱাৰি। আৰো প্ৰকাশ হৈ ওলোৱাৰ আগলৈকে যি বেদনা লেখক সকলৰ অন্তৰত থুপ খাই থাকে - তাকো যেন ব্যক্ত কৰিব নোৱাৰি। এই বেদনা মষিমূৰ কৰি আনন্দখিনি প্ৰকাশ কৰিবলৈ উদগনি দিব পাৰে অকল কিতাপৰ প্ৰকাশক সকলেহে। গতিকে শ্ৰীদাসৰ ঐক ন্তিক উদগনিৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

পাঠক সমাজৰ প্ৰতি আমি সদায়েই ঋণী। সহৃদয় পাঠক সমাজ আমাৰ আদৰি নোলোৱা হেঁতেন— সাহিত্য জগতত পদক্ষেপ নিশ্চয়ই সুকঠিন হ'লহেঁতেন। গল্পত নিজৰ কথাবোৰ ধৰি ৰাখিছো। আমাৰ এই ভাবৰ লগত পঢ়ুৱৈ সমাজৰ ভাব একাত্ম হৈ মিলি যোৱাত আমি হয়তো লেখক হিচাপে সমাদৰ পাই আছিছো। আৰু এই কাৰণেই আমি অহৰহ এই কাৰ্যত ব্ৰতী হবলৈ উৎসাহ পাইছো। অসমত কিতাপ প্ৰকাশ খৰছ বহুল কাম্য হোৱা হেতুকে কিনিবলৈ মন থকা পাঠকেও হয়তো কিতাপ কিনাৰ পৰা বহুত সময়ত বিৰত থাকিবলগীয়া হয়। সেয়ে কিতাপৰ বিক্ৰীৰ সংখ্যা অসম ৰাজ্যত হ্ৰাস পাইছে। তথাপিয়ো অসমীয়া সমাজে চুটি গল্প আৰু উপন্যাসক তাহানি বেজবৰুৱাৰ দিনৰ পৰাই আদৰি আহিছে। পঢ়ুৱৈ সমাজলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা থাকিল।

ঘৰৰ পৰিয়ালে লেখকক উৎসাহ নোযোগালে কেতিয়াও সাহিত্য সাধনা ফলৱতী হব নোৱাৰে। আমাকো আমাৰ পৰিয়াল বৰ্গই বিশেষকৈ পত্নীয়ে যথেষ্ট উৎসাহ-উদ্দীপনা যোগাই আছিছে। আমি আটাইৰে শলাগ ললো। নমস্কাৰ।

আমবাৰী
গুৱাহাটী-২৫
১৯৮৬ চন

বিজু হাজৰিকা

# পুৰণি ঘৰৰ মায়া

বাতৰি লিখা ডায়েৰী, কলম আৰু কান্ধত কেমেৰা লৈ ঘূৰি ফুৰাই আমাৰ কাম। সৰ্বসাধাৰণ মানুহৰ চকুত নপৰা বস্তু আমাৰ চকুত পৰে আৰু লিখিব নোৱাৰা গোপন, সত্য কথা আমি লিখো—এয়াই আমাৰ কৰ্তব্য। মানুহে লুকুৱাই ৰাখিব খোজা গোপন পাপবোৰ আনি চুচৰি বাহিৰলৈ উলিয়াই দিবলৈকে এই শ্ৰেণীটোৰ জন্ম হৈছে নে এই শ্ৰেণীটো সমাজত আছে কাৰণেই মানুহে পাপ কথাবোৰ লুকুৱাই ৰাখে কব পৰা নাযায়। কিন্তু আমাৰ দায়িত্ব এটা আছে কাৰণেই খবৰ বিচাৰি আমি ঘূৰি ফুৰো।

হঠাৎ সেই ঘৰটো চকুত পৰিছিল। প্ৰথম দিনাখন বাহিৰে বাহিৰেই ঘৰটো চাই লৈছিলো। গাৱঁত এনে এটা ঘৰ পৰি থকা, অথবা মানুহে ব্যৱহাৰ কৰি থকাটো একো আচৰিত কথা নহয়। বৰ্তমান যুগৰ অৰ্থনৈতিক সমস্যাৰ কথা চিন্তা কৰিলে - গাৱঁৰ মানুহে ঘৰ এটা যে কৰো বুলিলেই মেৰামতি কৰিব নোৱাৰে এইটো সত্য কথা। কিন্তু চহৰৰ ক্ৰমবৰ্দ্ধমান গতিত পুৰণি ঘৰ এটা মেৰামতি কিম্বা তদাৰক নকৰাকৈ পৰি থকাটো সঁচা-কৈয়ে ভাবিবলগীয়া কথা। আমাৰ দৰে সাংবাদিক সকলৰ কথা বেলেগেই—সৰ্বসাধাৰণ মানুহৰো স্বাভাৱিকতে ঘৰটো দেখিলেই কৌতু-হল এটা উপজিবই।

ঘৰটো অতি পুৰণি। বৃটিছে আমাৰ দেশখন অধিকাৰ কৰাৰ দিনতেই চাগে সজোৱা হৈছিল। বেৰবোৰ দহ ইঞ্চি ইটাৰ গাঁথনি,

ওপৰৰ টিনপাতবোৰ অত মজবুত, সেই তাহানিৰ বাৰ্মা কোম্পানীৰ দিনৰ মাহু বাৰ্কলি টিন। টিনপাতবোৰ মামৰে ধৰাৰ দৰে কলা পৰি গৈছে-অথচ ফুটি যোৱা নাই। ঘৰটো আজি-কালি সজোৱা আসাম টাইপ ঘৰৰ দৰে নহয়, তাৰ সজোৱা পেটাণ, কাৰুকাৰ্য অতি বিতাপন। ঘৰটো বহুবছৰ ধৰি মেৰামতি কৰা নাই, অথচ তাৰ পুৰণি ঐতিহ্য অটুট আছে।

ঘৰটো যে অতি পুৰণি তাৰ আৰু এটা প্ৰমাণ আছে। পদুলি মুখত পুৰণি দিনৰ সাক্ষী হিচাবে থিয় হৈ আছে একোপা বকুল গছ। গছজোপাৰ তলৰ ফালৰ অথাৎ গাছৰ ডালৰ ছালবোৰত কিছুমান টেমুনা ওলাই গ্ৰন্থি ৰূপ লৈছে—দেখিলে অনুমান হয় সেইবোৰ যেন একোটা একোটা মাড় গৰুহে। তদুপৰি গছডালে বুজন সংখ্যক ঠাই অধিকাৰ কৰিছে।

সাংবাদিক সকলে বহুদিন ধৰি বাটত পৰি থকা ৰিক্সা, মটৰ গছ, আবজনা আদিৰ ফটো তুলি নি বাতৰি কাকতত তুলি দিয়ে। ইয়াৰ মূল উদ্দেশ্য হ'ল মানুহে জানক এইবোৰ অশোভনীয় কথা। ময়ো এই পুৰণি ঘৰটোৰ ফটো এখন তুলি বাতৰি কাকতত ছপাম। তলত লিখিম নতুনৰ মাজত পুৰণিৰ আদৰ। কিন্তু তাৰ আগতে ঘৰটো কোনে কেতিয়া সাজিছিল অথাৎ কিমান বছৰৰ পুৰণি ঘৰ তাক জানিবলৈ স্বাভাৱিকতে কৌতুহল এটা উপজিল। তদুপৰি সাংবাদিক হিচাপে মোৰ দায়িত্ব এটাও আছে। সাংবাদিকে কেতিয়াও মিছা কথা লিখিব নোৱাৰে।

ঘৰটোৰ বিষয়ে জানিবলৈ ঘৰৰ মালিকক মই এবাৰ লগ ধৰিবই লাগিব। ঘৰৰ মালিক পুৰন্দৰ ফুকন। অতিপাত চিগাৰেট খাই সন্মুখৰ পটিকত প্ৰায়েই বহি থকা দেখিবলৈ পাওঁ। তেওঁৰ বিষয়ে জানিবলৈ অথবা তেওঁৰ লগত পৰিচয় হবলৈ ইমান দিনে কোনো প্ৰয়োজন হোৱা নাছিল বাবে তেওঁৰ ওচৰলৈ যোৱা নাছিলো। সকলোৰে ওচৰলৈ নগ'লেও সকলোৰে লগত কথা নাপাতিলেও আমি বহুত মানুহক চিনি পাওঁ, জানো। সেই কাৰণেই পুলিচ আৰু সাংবাদিক সকলক মানুহে বেয়া পায়; ভয় কৰে। এই ভয় অৱশ্যে ছাত্ৰই শিক্ষকক কৰা ভয়ৰ দৰে নহয়। ইয়াত শ্ৰদ্ধা নাই, আছে অসন্মান।

তথাপিও মই এদিন ৰাতিপুৱা পুৰন্দৰ ফুকনৰ ঘৰ ওলালোগৈ। মোৰ পৰিচয় দিয়াত তেওঁ বৰ ভাল নাপালে হবলা; "কি লাগে?" বুলি সুধিলে। মই ক'লো যে—আপোনালোকৰ এই ঘৰটোৰ এখন ফটো তুলিম বাতৰি কাকতত ছপাবলৈ। কিন্তু ঘৰটোৰ ইতিবৃত্ত এটা জানিবলৈ পালে ভাল পাম বুলি আপোনাৰ ওচৰলৈ আহিলো। আপোনাক কেইটামান প্ৰশ্ন কৰিম। অনুগ্ৰহ কৰি উত্তৰ দিবনে?

তেওঁ হাঁহি এটা মাৰিলে। ক'লে ভাল প্ৰশ্ন কৰিলে উত্তৰ দিম। সকলো প্ৰশ্নৰেই উত্তৰ পৰীক্ষাতো দিব নোৱাৰে। তেখেতৰ কথাত মই বৰ সন্তোষিত হ'লো। যেনে খঙাল মানুহ বুলি ভাবিছিলো তেনে মানুহ চাগে নহয়, মুখৰ হাঁহিতেই বুজি পালো। মই ক'লো: তেনে কোনো গুৰুতৰ প্ৰশ্ন মই আপোনাক নকৰো। অতি সাধাৰণ প্ৰশ্ন কাকত সহজ উত্তৰ লিখিব পৰা ধৰণৰ।

তেওঁ মোক ভিতৰলৈ মাতি লৈ গ'ল। এটা কোঠালীত মোক বহিবলৈ দিলে। কোঠালীটোৰ আচবাব পত্ৰবোৰ অতি পুৰণি। যেনে-বহিবলৈ দিয়া চকি মেজবোৰ, সজাই থোৱা পালেং খন বেৰত আঁৰি থোৱা দুখন ফটো, খুটাত গজাল মাৰি থোৱা আছে এটা অতি পুৰণি শিং, এখন কাঠৰ বেৰত এটা পুৰণি বন্দুক, এখন দোলা আৰু এটা বেতৰ বাকচ। এই আটাই বাৰ বস্তু অতি পুৰণি বুলি দেখিলেই অনুমান কৰিব পাৰি। বেৰত আঁৰি থোৱা ফটো দুখন বোধহয় তেখেতৰ মাক-দেউতাকৰ। মোক বহিবলৈ দি ফুকনে ক'লে—পোৱালি, এককাপ চাহ দিবি দেই।

তেৰো মোৰ ওচৰত বহিল। মই নোসোধাকৈয়ে বেৰত থকা ফটো দুখনৰ ফালে আঙুলিয়াই দেখুৱাই ক'লে, এয়া মোৰ মা দেউতাৰ ছবি। মই সৌজন্য দেখুৱাই নমস্কাৰ এটা দিলো। তাৰ পিছত মই সুধিলো: বাৰু কওঁকচোন ঘৰটো কোনে, কোন চনত সজাইছিল। ফুকনে উত্তৰ দিলে: ঘৰটো দেউতাই, উনৈশ শ এক চনত সজাইছিল।

: আপোনাক আৰু এটা সৌজন্যহীন প্ৰশ্ন সুধিম। অনুগ্ৰহ কৰি বেয়া নাপাব।

: সোধক।

: ঘৰটো ইমান বছৰে অকনমানো মেৰামতি কৰা নাই

কিয় ? আজি-কালি যুগৰ পৰিবৰ্তন। চাননহে পুৰণি মঠ-মন্দিৰ, ৰজা মহাৰজাৰ অট্টালিকা পৰ্যন্ত ভাঙি নতুন পেটাণত সজাবলৈ ধৰিছে, অথচ আপুনি ঘৰটোক অকণমানো হাত ফুৰোৱা নাই।

লগে লগে তিনিজনী ছোৱালী চাহ লৈ আহিল। এজনীৰ হাতত চাহৰ কাপ এজনীৰ হাতত এগিলাচ পানী আৰু পিৰিচত পিঠা দুখন আৰু আনজনীৰ হাতত তামোলৰ বটা এটা। সিহঁতে বস্তুখিনি সজাই থোৱাৰ পিছত ফুকনে পৰিচয় কৰি দিলে ইহঁত তিনিজনী মোৰ ভনী, শেৱালী, সীতা আৰু সুভদ্ৰা। তেওঁলোকে নমস্কাৰ দিলে। সীতাহঁতৰ ফালে মূৰ তুলি চালো, ঠিক যেন ছোৱালীৰ বয়স তেওঁলোকৰ গাত নাই। শৰীৰত সেই দুৰ নাই কাৰণেই ছোৱালী ছোৱালী হৈ আছে। কিন্তু তেওঁলোক ধুনীয়া।

চাহ খাওঁতেই ফুকনে আৰম্ভ কৰিলে: আপুনি এটা ডাঙৰ প্ৰশ্নকেই কৰিলে। উত্তৰটো ঠিক এটা বাক্যতে দিব নোৱাৰি। ইয়াক ব্যাখ্যা কৰিহে কব লাগিব। অৰ্থাৎ ইয়াৰ প্ৰাৰম্ভিক কথা-খিনি খৰচি মাৰি নক'লে আপুনি বুজি নাপাব। মই কবলৈ টানি অনুৰোধ কৰিছো। আমি এনেয়েই বিষয়বস্তুৰ উমান খুচৰি ফুৰো, তাতে আকৌ সুবিধা পাইছো।

ফুকন চাহেৰে ক'লে দেউতাই অশেষ কষ্ট কৰি এই ঘৰটো সজাইছিল। দেউতাহঁতৰ দিনত এই বাৰ ঠাই টাউন নাছিল। খনিকৰে প্ৰতিমা এখন তৈয়াৰ কৰিবলৈ প্ৰথমতে যেনেকৈ খেৰৰ জকা এটা কৰে, তাৰ পিছত এনেদৰে ক্ৰমে মাটিৰ প্ৰলেপ, ৰং আদি লগাই আৰু শেষত কাপোৰ কানি, অলংকাৰ-পাতি পিন্ধাই প্ৰতিমাখন সজাই তোলে— তেনেকৈয়ে এইখন টাউনৰ প্ৰথমতে জকাটোহে আছিল। দেউতাহঁতৰ অশান্ত পৰিশ্ৰমৰ ফলত ইয়াত দুখন হাইস্কুল, এখন থানা, এটা ডাকঘৰ, জিলাধিপতিৰ কাৰ্য্যালয়, ঘাই আলিটোত শিলগুটি, আলিবাটৰ আদি হ'ল। নৈখনত পানী জাহাজ চলি সিপাৰৰ মানুহ ইপাৰলৈ আহিব পৰা হ'ল। নৈৰ পাৰৰ যি কেইটা পুৰণি মঠ মন্দিৰ সেইকেইটো দেউতাহঁতৰ দিনতে সজোৱা। এতিয়া যে প্ৰাচীন নামঘৰটো দেখিছে, আপোনালোকৰ বাতৰি কাকত অফি-চৰ ওচৰতে, সেইটো দেউতাহঁতৰ কষ্টৰ ফল।

ফুকন ৰ'ল। মোক চিগাৰেট যাচিলে। মই ক্ষমা কৰি বুলিব

কোৱাত তেওঁ 'আই এম ছৰী' বুলি ক'লে। বঁটাৰ তামোল এখন খালো।

তেওঁ পুনৰ আৰম্ভ কৰিলে ঃ এ'ন ধৰনে দেউতাই সমাজৰ কামত আত্মনিয়োগ কৰি ক'ৰি মৌজাখনৰ প্ৰতি চকু দিব নোৱাৰিলে। চৰকাৰী খাজনা বহুত অনাদায় হৈ পৰি ৰ'ল। মাৰ খেচখেচনিত ঘৰটো কোনোৰকম বান্ধি উলিয়াইছিল। ঘৰ বন্ধা এটা কঠিন কাম। এতিয়া এই কথা উপলব্ধি কৰিছো।

তেওঁ মোক অলপ সময় বহিবলৈ কৈ ভিতৰলৈ উঠি গ'ল। ইতিমধ্যে মই তেওঁ কোৱা কথাখিনি নোটবুকত টুকি ল'লো। তেওঁ ভালেমান সময় ভিতৰৰ পৰা ওলাই নাহিল। মই অলপ আচৰিত হোৱাৰ দৰেই হলো।

এইদৰে ভালেমান সময় অপেক্ষা কৰাৰ পিছত এইবাৰ ওলাই আহিল শেৱালী, সীতা আৰু সুভদ্ৰা। তেওঁলোক আহি সজাই থোৱা বিছনাখনতে শাৰীপাতি বহিল। শেৱালী সোণাজনীয়ে মোক ক'লে : ককাইদেউ শুইছেগৈ। তেওঁৰ প্ৰেচাৰ আছে। অলপ কথা পাতিলেই অসুস্থ হৈ পৰে।

মই কলো মই বৰ দুঃখিত যে মোৰ কাৰণেই তেখেত অসুস্থ হব লগা হ'ল।

সীতা সেইটো আকৌ কি কথা। মানুহেতো কথা পাতিবই। এইবোৰ কথা পাতিলে বৰ দুখ অনুভৱ কৰে। কিন্তু ককাইদেৱে এইবোৰ কথা পাতিলে বৰ দুখ অনুভৱ কৰে।

সুভদ্ৰা ঃ দেউতাই যিবোৰ কথা কৈ গৈছিল ককাইদেৱে তাক আখৰে আখৰে পালন কৰিছে। ঠগ প্ৰবঞ্চনা কৰি, আনৰ পৰা ভেটি খাই আৰু ঠিকা কৰি মানুহে টকা ঘটিব পাৰে। সেই টকাৰে ধুনীয়া অট্টালিকা সজাব পাৰে। কিন্তু সেইটো দেউতাই নিবিচাৰিছিল।

সীতা আপুনি বাৰু এইবোৰ কথা খবৰৰ কাকতত লিখি দিব নেকি ?

মই উত্তৰটো তৎক্ষণাৎ দিব নোৱাৰিলো। এটা পৰিয়ালৰ একান্ত ব্যক্তিগত খবৰ বাতৰি কাকতত প্ৰকাশ কৰাৰ এটা নৈতিক দায়বদ্ধতাৰ কথাও আছে। কিন্তু যিবোৰ খবৰতে, দেশখনৰ সহস্ৰ লোকক হলেও উপকৃত কৰাৰ সম্ভল আছে— তেনেবোৰ খবৰ বাতৰি

কাকতত প্ৰকাশ কৰা সাংবাদিকৰ কৰ্তব্য। দেশৰ জনগণক নৈতিক সচেতনা আনি দিয়া বাতৰি কাকতৰ দায়িত্ব। কিন্তু মানুহক তৎক্ষণাৎ দুখ দিয়া সাংবাদিকৰ ধৰ্ম হব নালাগে। সেই কাৰণে সীতাৰ প্ৰশ্নৰ উত্তৰটো মই তৎক্ষণাৎ নিদি আওপকীয়াকৈ দিলো: নাই নাই, সেইলৈ আপোনালোকে কোনো চিন্তা নকৰিব। সকলোবোৰ কথাই বাতৰি কাকতত লিখাৰ প্ৰয়োজন নাই নহয়।

শেৱালীয়ে ক'লে আমাৰ দেউতাৰ কথাখিনি অৱশ্যে আপুনি খবৰৰ কাকতত লিখি দিব পাৰে। আপোনালোকে মুক্তি যুজাঁৰুৰ কথা, পদ্মশ্ৰী আদিৰ কথা খবৰৰ কাকতত বৰ জাহিৰ কৰে। কিন্তু প্ৰকৃততে মুক্তি যুঁজাৰু কোনবোৰ, কোনবোৰ লোক প্ৰকৃততে পদ্মশ্ৰী পোৱাৰ যোগ্য সেই বাৰ কথাৰ অন্বেষণ আপোনালোকে নকৰে। আমাৰ মতে দেউতাই আছিল প্ৰকৃত সমাজকৰ্মী, দেশসেৱক। ৰজা মহাৰজা সকলে ৰাজকোষৰ ধন প্ৰজাৰ মাজত বিলায় জনপ্ৰিয়তা অৰ্জন কৰে। কিন্তু দেউতাই নিজে শৰীৰৰ তেজ পানী কৰি অৰ্জা ধন গাঁৱৰ দুখী দৰিদ্ৰৰ মাজত বিলাইছিল। নিজৰ চন্দুকৰ ধন খৰচ কৰি দুখীয়া'লোকৰ মাটিৰ খাজানা দিছিল, কলেজ হাস্পাতাল পাতি দেউতা দেউলীয়া হৈছিল। আমালৈ ৰৈ গৈছিল মাত্ৰ এই ঘৰটো।

মই সহানুভূতিৰে ক'লো: সমাজকৰ্মী সকলৰো পইচা উপাৰ্জন কৰাৰ বহুত পথ আছে। সমাজৰ কামত দহহাজাৰ টকা সংগ্ৰহ কৰি সাত হাজাৰেই নিজৰ পকেটত ভৰোৱা লোকেইতো বেছি। আপোনালোকৰ দেউতাক ইয়াৰ ব্যতিক্ৰম হব নালাগিছিল।

সীতা, শেৱালী সুভদ্ৰা— কোব খোৱা বাঘিনীৰ দৰে জকি উঠিল। চবকে তেনে বুলি নাভাবিব। পৃথিবীত চব মানুহেই পশু নহয় আৰু চব মানুহেই মানুহো নহয়।

মই ক্ষমা খুজি'লো আপোনালোকৰ দেউতাকক অপমান কৰাৰ মোৰ উদ্দেশ্য নহয়। সাধাৰণ মানুহৰ মনোবৃত্তিৰ কথা টোহে মই সদৰি কৰিছো। প্লিজ এক্সকিউজ মি।

তিনিওজনীয়ে হাঁহিলে। মই বেৰত আঁৰি থোৱা ফটো খনৰ পিনে মুৰ তুলি চালো। উদাৰ, বহল এখন মুখ। একোচা প্ৰকাণ্ড সুসংযত মোচ, বুদ্ধিদীপ্ত দুটা বিশাল চকু। মই অনুভৱ কৰিলো— তেখেতে যেন মোৰ পিনে চাই মোক কৈছে— নৰাধম, ভণ্ড হঃ

মুখেৰে তেনে কথা উচ্চাৰণ নকৰিবি ।

মোৰ মৌনতা ভঙ্গ কৰি শেৱালীহঁতে ক'লে ঃ দেউতাৰ সমতিক শ্ৰদ্ধা জনাবলৈকে কন্যাইদেৰে ক'তো ঠিকা-ঠুকলি কৰা নাই, ব্যৱসায়ত নমা নাই ভেঁটি খাব পৰা চাকৰি কৰা নাই লোকক ভুৱা-প্ৰৱঞ্চনা কৰিবলৈ বজ্ৰা মহাবজ্ৰা হোৱা নাই । এটা সাধাৰণ চাকৰি কৰিছে । চাকৰিটো সাধাৰণ অথচ অতি পবিত্ৰ । দেউতাই মৃত্যুৰ সময়তো কৈ গৈছিল • যি কাম ক নকৰ পবিত্ৰ কামহে কৰিবি ।

খেলৰ বীলে কৰা মানুহৰ এজনে অৱসৰ লোৱাৰ লগে লগে আনজনে তৎক্ষণাৎ আৰম্ভ কৰাৰ দৰে – শেৱালী বোৱাৰ লগে লগে তৎক্ষণাৎ সীতাই আৰম্ভ কৰিলে কোনো পবিত্ৰ চাকৰি কৰা মানুহে ঘৰ এটা বান্ধা বুলি তৎক্ষণাৎ বান্ধিব নোৱাৰে । কিয়নো আজি কালি মানুহে খাই লৈ জীয়াই থকাই কঠিন । দেশত কৃষি নাই, আন হাতে দিনে-নিশাই হাজাৰ-বিজাৰ মানুহৰ জন্ম হৈছে – খাদ্য সমস্যাই গভীৰ ৰূপ লৈছে । অৱশ্যে কৃষি উদ্যোগ আদিৰ প্ৰচাৰৰ নামত কোটি কোটি টকা খৰচ হৈছে ।

মই মাজতে সুধি পেলালো আপুনি অনুগ্ৰহ কৰি কবনে আপোনালোকে ক'ত চাকৰি কৰে । ঃ কিয় পবিত্ৰ নে অপবিত্ৰ চাকৰি জানিবৰ কাৰণে ? সুভদ্ৰাই কৈ খিলখিলাকৈ হাঁহি দিলে । মোৰ আচ লতে কথাটো সুধি লাজো লাগিছিল । সাংবাদিক বিশ্লাকৰ লাজ নাই বুলিহে মই তেওঁলোকৰ আগত তিষ্ঠিব পাৰিছিলো । সীতা, শেৱালী আৰু সুভদ্ৰাৰ কথা কোৱাৰ ভঙ্গী, বাকপটুতা, প্ৰত্যুৎপন্নমতিতা আদি গুণবোৰ উপাই কৰিব পৰা বিধৰ নহয় । আচলতে কম ধৰুৱা মানুহ তেওঁলোকৰ ওচৰত তিষ্ঠাই টান ।

শেৱালীয়ে ক'লে : আমি গ্ৰাম সেৱিকাৰ কাম কৰো । গাঁৱত হাজাৰ হাজাৰ মানুহৰ একোটা একোটা সক পঁজা । তাকো তেওঁলোকে ভাল কৰি লব নোৱাৰে । বাৰিষা হ'লে ওপৰৰ পৰা বৰষুণ পৰে, তলেৰে শিয়াল কুকুৰ, কাউৰী সোমাব পাৰে । এই মানুহবোৰক ভালদৰে থাকিবলৈ, মিতব্যয়ী, চাফচিকুন হবলৈ আমি শিকাব লাগে । খিবোৰ মানুহে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নাপাই যাৰ শৰীৰৰ কাপোৰ দুখন ধুই লবলৈ এটুকুৰা চাবোন নাই—

তেওঁলোকক মিলব্যাক্টী হবলৈ চাফ-চিকুন হৈ থাকিবলৈ শিকাবলৈ আমাৰ অধিকাৰ নাই। তথাপিতো আমাৰ কৰ্তব্য আমি পাৰমানে পালিবলৈ চেষ্টা কৰি আছো।

এনে পৰিপ্ৰেক্ষিতত আমাৰ ঘৰটো মেৰামতি কৰিবলগীয়াৰ প্ৰশ্নই উঠিব নোৱাৰে। দেউতাই বান্ধি থৈ যোৱা ঘৰটো ঠিকেই আছে। কেৱল ৰং-বেৰঙৰ প্ৰলেপখিনিহে উৰলি গৈছে এইবাৰ সীতাই উত্তৰ দিলে।

: তদুপৰি আচল কথা কি জানে, দেউতাৰ পবিত্ৰ কৰ্মক আমি বাহিৰৰ ৰংচুৱা প্ৰলেপ সানি কলুষিত কৰিব খোজা নাই। যেনে আছিল তেনে থাকক। দহ হাজাৰ টকা ধাৰ কৰি গোটেই ঘৰটো আমি ৰঙীণ কৰিবলৈ ইচ্ছা কৰা নাই, শেৱালীয়ে ক'লে। কথাখিনি কওঁতে শেৱালীৰ চকু দুটা সৈমান অশ্ৰুসিক্ত হৈ উঠিছিল।

শেষত মই কলো আপোনালোকক আৰু বেছি আমনি দিয়াৰ মোৰ ইচ্ছা নাই। মই কোনো চি আই ডি বিভাগৰ বিষয়া নহওঁ যে আপোনালোকক থৰ্ড ডিগ্ৰী প্ৰয়োগ কৰি চৰকাৰক ৰিপৰ্ট এটা দাখিল কৰিবলগে লাগে। মই কেৱল সাংবাদিকৰ দায়িত্বহে পালন কৰিছো। তথাপিও আৰু এটা মাত্ৰ অশোভনীয় প্ৰশ্ন আপোনালোকক সুধিলোঁ, অনুগ্ৰহ কৰি উত্তৰ দিবনে? তেওঁলোকে অনুমতি দিলে।

আপোনালোক পাৰ্থিৱ দেহৰ পবিত্ৰ জ্ঞানৰ দৰে ধুনীয়া, দুৰ্গা-দেবীৰ দৰে নিৰোগী তথাপিতো কপালত সেন্দুৰৰ ফোঁট নিজিলিকিল কিয়? মই বিভ্ৰান্ত হৈ ডমাষ্টৰক ভাল ছাত্ৰই ডৰ ভয়ে প্ৰশ্ন কৰাৰ দৰে তেওঁলোকৰ চকুলৈ চাব পৰা নাছিলো।

কিন্তু মোক আচৰিত কৰি দি শেৱালীয়ে উত্তৰ দিলে আৱাহন আৰু বিসৰ্জন দুয়োটা বৰ বেদনাদায়ক। তথাপিয়ো পুৰণি থেকেৰাৰ খুঁঠি, পুৰণি কোমোৰা, পুৰণি ধপাত খাবলৈ বৰ ভাল। বস্তু যিমানে পুৰণি হয় — সিমানে তালৈ মায়া বেছি হয়। আমি আচলতে পুৰণি ঘৰৰ মায়া এৰিব খোজা নাই। নতুনৰ আৱাহনৰ কাৰণেও মুখ ঘূৰোৱা আমাৰ দৰকাৰ নাই।

শেহান্তৰত মই তেওঁলোকক নমস্কাৰ জনাই, তেওঁলোকৰ জৰিয়তে ফুকনলৈও নমস্কাৰ এটা জনাই বিদায় ললো। বাহিৰৰ পৰা, অলপমান আতৰৰ পৰা মই ঘৰটোলৈ আকৌ এবাৰ নিৰীক্ষণ কৰিলো

সঁচাকৈয়ে এটা পুৰণি ঘৰৰ ভিতৰত অত্যাধাৰ নতুন আদৰ্শ সোমাই আছে।

মই ঘৰটোৰ ছবি এখন তুলি ললোঁ। ছবিখন বাতৰি কাকতত প্ৰকাশ কৰিম। তাৰ তলত লিখিম: পুৰণি ঘৰৰ মায়া। আগতে ভবাৰ দৰে: নতুনৰ মাজত পুৰণিৰ আদৰ নিলিখোঁ।

মানুহে পুৰণি বস্তুৰ মূল্য বুজিব লাগে।

—০—

# গোঁসাইৰ ৰূপ

দুয়ো একেলগে ওলালো। এমাহৰ প্ৰগ্ৰেম। ডাক বঙলা অথবা হোটেলত তেওঁ নাথাকে। থকামেলাত বৰ অসুবিধা হেনো। তদুপৰি খৰছো বৰ বেছি। বেড টি, ব্ৰেক ফাষ্ট, লাঞ্চ, ডিনাৰ, টিপচ এইবোৰতেই পইচাবোৰ যায়। গতিকে ৰূম এটা ভাৰা কৰি নিজে ৰান্ধি খোৱাই ভাল। তেওঁৰ প্ৰস্তাৱত মই ৰাজী হ'লো। একো বেয়া নহয়। আপোন হাত জগন্নাথ। ৰুচিমতে খাব পাৰিম।

তেওঁৰ নামটো প্ৰফুল্ল গোস্বামী। আমি গোসাঁই বুলি মাতো। অপ্ৰয়োজনত তেওঁ কাৰো লগত কথা নাপাতে। মানুহৰ মাজত তেওঁক লৈ বহুত কথা। বয়স চল্লিশ পাৰ হৈ পঞ্চাশৰ মাজত। মুখত একোচা প্ৰকাণ্ড মোচ। অৰ্দ্ধাংশতকৈ বেছি পকিছে। মূৰৰ কেশো প্ৰায় দহভাগহে কণা। ঠেঙা কামিজ, চেণ্ডেল পিন্ধে। আড়ম্বৰ মুঠেই নাই। শৰীৰৰ উচ্চতা অনুপাতে মাংস নাই।

তাত গৈ গোসাঁইয়ে চিৰেটমটো সলনি কৰি পেলালে। নৰেনদাক আগতে চিঠি দিছিলো। তেওঁ ৰূম এটা ঠিক কৰি দিলে আশী টকাত। দুখন বিছনা ধৰিব পৰাকৈ এটা ৰূমৰে ছটভত ৰান্ধি খাব পাৰিম। আমাক দেখুৱাই বুজাই নৰেনদা গ'ল। মই মোৰ হল্ডঅলটো খুলি বিছনাখন সজাই ললো। গোসাঁয়ে নুখুলিলে। তেওঁ এখন ভৰিৰ ওপৰত এখন ভৰি তুলি থম থমকৈ বহি থাকিল। গধূলি বজাৰলৈ ওলালো। গোস্বামীক ক'লো, গোসাঁই, বস্তু কিবা-কিবি বজাৰ কৰি আনোগৈ। ৰাতিৰ সাজ খাব লাগিব নহয়। গোস্বামীয়ে ক'লে: চিৰেটমটো অলপ চেঞ্জ কৰিছোঁ। আমি দুয়ো বেলেগে বেলেগে ৰান্ধি খাওঁ অৰ্থাৎ নিজা নিজাকৈ। মই ইয়াৰ কাৰণ সোধাত তেওঁ উত্তৰ দিলে যে মই বেছি ভাগেই উপবাসে থাকো। তদুপৰি বহুত বস্তু মই ৰান্ধি খাওঁ, গতিকে আপোনাৰো অসুবিধা হ'ব।

কোনো আপত্তি নকৰিলো। অৱশ্যে দুজন একেলগে খোৱা হ'লে বেছি ইকনমি হ'লহেঁতেন। গোস্বামীয়ে বা কি ভাবে।

দস্তো বজাৰ কৰিবলৈ ওলালো। গোসাঁইয়ে বেগ, তেলৰ গেলন ইত্যাদি ললে। মই বেগ আৰু বটল ললো। বজাৰ কৰোঁতে বহুত সময় লাগিল। গোস্বামীয়ে দাম দৰ সুধি এখনো বাকী এৰা নাই। মিঠা তেল এবাৰ লৈ তেলটো শুভি চাই বেয়া বুলি আকৌ বাকী দিলে। তৰকাৰী প্ৰায় একোপৰাই নিকিনিলে বুলিব পাৰি। মোৰ লগে লগে ঘূৰি ফুৰিলে। মই জলকীয়া কিনিলো, তেওঁ দুটা তাৰ লগতে বেগত ভৰাই দিলে। মই নেমু এযোৰ কিনিলো তাৰ দোকানীক কৈ আধা পকা পচা নেমু এটা তেৰোঁ বেগত ভৰাই দিলে। এইদৰে মই যি যি কিনিলো সেই সকলো বিধ বস্তুৰেই দটা-এটাকৈ ফাওঁতে তেওঁ ললে। ইয়াৰ বাবে তেওঁ দুই এঠাইত যে বেয়া ব্যৱহাৰ পোৱা নাই তেনে নহয়। গোস্বামীয়ে কিন্তু সেইবোৰ কথা বুলি নেভাবে। লোৱা কেল থোৱাৰ সময়তো দোকানীয়ে কথা শুনাইছিল। মোৰহে লাজ লাগিছিল।

বজাৰ কৰা শেষ হওঁতে মেচ পালোহি। বাটতে গোসাঁইক সুধিলো মিঠা তেল যে আনিলে ভাইল তৰকাৰী কিহেৰে ৰান্ধিব? তেওঁ মোচৰ তলৰ ফাকটো মেলি দাঁত বেটটা উলিয়াই দি কলেঃ তেল আনিছো বগক ঘৰত গৈহে গম পাব। হয়, আচৰিত কথা, মেচত গৈ দেখিলো তেল লোৱা গেলনটোৰ পৰা সৰু তাবৰ এখন উলিয়াই আনিলে আৰু সেইখন চেপি চেপি প্ৰায় দেৰশ গ্ৰাম মান তেল উলিয়ালো তাৰ পিছত গৌৰৱেৰে ক'লেঃ দেখিলে মোৰ বুদ্ধি। এইবোৰ বিদেশী বুদ্ধি। আমি অসমীয়া মানুহবোৰ একেবাৰে বুৰবক হৈ আছো। বিদেশী খেদা বুলি ক'লেই নহব, তাৰ প্ৰক্ৰিয়া আয়ত্ত কৰিব লাগিব। মই মন্তব্য নিদি কতবাত লাগিলো।

গোসাঁই বহিয়ে থাকিল। মোৰ বজা চাই থাকিল। পেটে পেটে মোৰ ভয় লাগিছিল— মাৰ লগতে খাওঁ বুলি কয় নেকি? নক'লে। ক'লে আপোনাৰ বজা হৈ গ'লে মোক চটভটো দিব। মোৰ নাই। মই কৰা-কিৰি অসুবিধাৰ কথা কলো। তেওঁ কলে একো চিন্তা কৰিব নালাগে। 'কেঃ তেঃ" দুয়ো সমানে খৰচ কৰিম। মই সুধিলো "কেঃ তেঃ"ৰ গেলনটো আপুনি কিবা তাবেল-চাবেল ভৰাব নেকি গোসাঁই?

তেওঁক চটভটো দি দিলো। গোসাঁইয়ে ক'লে মই এতিয়া মাত্ৰ

আলুহে সিঙ্গাম। আপোনাৰ যদি দাইল অকণমান বেছি হয় মোলৈ ৰাখি দিব। লাজতে না কৰিব নোৱাৰিলো। দাইলতো বেছি হব নোৱাৰে। নিজৰ ভাগৰে অলপ ৰাখি দিলো।

মই ভাত খায়েই বিছনাত পৰি গলো। গোস্বামী শোৱা নাই। বহি আছে। আঠুৰা চাঠুৰা আদি একো তৰা নাই। তক্তাপোচ খনত বগাধাৰী এখন পাৰি কেইখনমান খবৰ কাগজ আৰু আলোচনীৰ গাৰু কৰিছে। মই আঠুৰাৰ ভিতৰৰ পৰা গোস্বামীয়ে কি কৰে লক্ষ্য কৰি থাকিলো। তেওঁ সেই পৰ্যন্ত আঠুৰা তৰা নাই। তাৰেলা এখন লৈ মহৰ লগত উদণ্ড যুধাই যুদ্ধ কৰিছে। অতি পাগত যোদ্ধাই তৰোৱাল ঘূৰোৱাৰ দৰে তেওঁ তাৰেলখন এনেভাবে ঘূৰাইছে যে মহ-বোৰ তেওঁৰ তৰোৱালৰ আগত তিষ্ঠিব পৰা নাই। মই লাহেকৈ মাত লগালো গোস্বামী আঠুৰা নাই নেকি? তেওঁ ক'লে : আঠুৰাখন নানিলো বুইছে বৰ বোজা হয়। দাৰ্জিলিং, শ্ৰীনগৰ, শিলং, আদি ঠাইলৈ গৈছো, তাতে সিমান মহ নাই। ইয়াত খুব বেছি মহ। গোস্বামীয়ে প্ৰস্তাৱ এটা দিলে : বাৰু আপুনি এতিয়া শুই লওক শেষ ৰাতি আপোনাৰ লগত মোক অলপ শুবলৈ দিব। মই ন বজামানলৈ শুলেই হৈ যাব। মই তেওঁৰ প্ৰস্তাৱত মান্তি হব নোৱাৰিলো। বিকল্প ব্যৱস্থা এটা দিলো : মই চলফাট দিয়াৰ লগে লগেই উঠিম, তেতিয়া আপুনি শুই লব। গোস্বামী সন্তুষ্ট হোৱা দেখা গ'ল। কিন্তু চলফাট দিওঁতেই মই সাৰ পাই দেখো গোসাঁয়েই লাং খাই পকা মজিয়াত পৰি আছে। তেওঁৰ তৰোৱাল সদৃশ তাৰেলখন নিঃসহায় অৱস্থাত ভৰি পঠানত পৰি আছে আৰু তেওঁৰ নাকৰ শব্দত আহাৰৰ মেঘৰ গৰ্জন তুলিছে। মই তেওঁক আমনি নকৰিলো।

ৰাতিপুৱা চাহপানীতে খোৱাভৈ বৰ বেছি অসুবিধা নহল। কিয়নো গোঁসাই সাৰ পোৱাৰ আগতে মোৰ বন্ধা-বঢ়া সকলো শেষ হৈছিল। তেওঁ নিদ্ৰা ভংগ কৰি মুখ ধুই কেটভটো জ্বলাই চাহ কৰিলে। ৰঙা চাহ। চেকনি নাই। তাৰেলখনেৰেই চেকিলে। মই সুধিলো গোঁসাই, গাখীৰ নাই নেকি? তেওঁ উত্তৰ দিলে : আছে। চুটকেচটো খুলি টোপোলা এটা উলিয়ালে। টোপোলাটো খুলি এক মুঠি গুৰা সান্দহ ৰঙা চাহত পেলাই দি চামুচেৰে ঘুটি ঘুটি ক'লে অসমীয়া ভিডা। গাখীৰৰ কি দৰকাৰ? আচলতে অস-

মীয়া গুৰা সান্দহৰ পৰাহে তিলা, হৰলিক্স আদি আবিষ্কাৰ কৰিছে। কি মহমহীয়া গোন্ধ। তৃপ্তিৰে চাহ খালে গোঁসাইয়ে।

মই গা-পা ধুই ভাত খালো। তেওঁ শুইয়ে থাকিল। কিহে গোঁসাই, ভাত নাখাওঁনে? মই সুধিলো। তেওঁ ক'লে ঃ হোটেলত খাম দিনৰ সাজ। এইবোৰ আকৌ নতুনকৈ লেঠা কৰিব। তদুপৰি পলমো হ'ল। ৰাতি ভাল টোপনি নহ'ল। গুৱতি নিশাহে অলপ চকু দুটা মুদিলো।

আমি থকা ঠাইৰ পৰা কম স্থানলৈ তালেখিনি দূৰ। ছিটীবাছৰ লাইনত পৰে। পিছে'ও পোৱা যায়। গোঁসাইক সুধিলো, বাছৰ ঠেলা-হেঁচাত যোৱাতকৈ ৰিক্সাতে যোৱা ভাল। দুয়ো শ্বেয়াৰ কৰিম। তেওঁ ক'লে ঃ ৰিক্সা নালাগে, বাছেই ভাল। বাছতেই দুয়ো শ্বেয়াৰ কৰিম। ইতিমধ্যে বাছ আহি পালেই। বাছত কি শ্বেয়াৰ কৰিব বুজি নাপালো। সুধিবলৈও সুবিধা ন'হল। বাছৰ পৰা নামি সুধিলো ঃ ভাড়াৰ কি শ্বেয়াৰ কৰিব হেৰি? গোঁসাইয়ে হাঁহিলে। ক'লে দুয়ো দুকালে উঠিম। মোক ভাড়া খুজিলে আগত দিব বুলি কম। আপুনি দিব। ইতিমধ্যে নামিবই পৰিম। হিঃ হিঃ।

আমি নতুন প্ৰতিষ্ঠান এটা পৰিদৰ্শন কৰিবলৈ গৈছিলো। সাধাৰণতে পৰিদৰ্শক প্ৰতিষ্ঠানবোৰে অলপ ভয়, সন্মান আদি কৰে। প্ৰায়ে সম্ভ্ৰান্ত আলহীৰ দৰে সোধ-পোচ কৰে। আমিও তেনে সন্মানৰ প্ৰত্যাশিত হোৱা গৈছিলো। মোৰ জীৱনৰ সেয়া আছিল প্ৰথম অভিজ্ঞতা; কিন্তু গোস্বামী দেৱ এই বিষয়ত অ ছিল সিদ্ধহস্ত। তেওঁ আগতে কেবাবাৰো তেনে কামলৈ গৈছিল। সিদিনাও গোস্বামীৰ ভোজন আপ্যায়ন ভালদৰেই চলিল। কিন্তু মাজতে এবাৰ তেওঁ নাক কটা যোৱা কাম এটা কৰি পেলালে। কথাটো হ'ল প্ৰতিষ্ঠানটোৰ দুজন বিষয়াই ইজনে সিজনক নজনাকৈ পিয়নৰ হতুৱাই টিফিন পঠালে। দুয়োটা পিয়নেই চাহ-মিঠাই লৈ একেলগে হাজিৰ। মই ক'লো দুখন মিঠাইৰ প্লেট খোৱাৰ আৱশ্যক নাই, এখনকৈ হ'লেই হব। গোস্বামীয়ে তপৰাই কৈ পেলালে নালাগে নালাগে, ওভটাই দিবলৈ গ'লে দোকানীয়ে বেয়া পাব নহয়; আমি পৰাখিনি খাই লওঁ, বাকীখিনি বৈ যায় লৈ যাম। এইবুলি কৈ তেওঁ পকেটৰ পৰা ৰুমালখন উলিয়াই এখন প্লেটৰ বস্তুখিনি বান্ধি ললে।

মোৰ লাজতে মৰি য'ও মৰি যাওঁ যেন লাগিছিল।

গধূলি ঘূৰি আহোতে তেওঁক ধৰিলো: আপুনি লাজ-মান চব খেদালে হ'বি। তেওঁলোকক আপুনি কি ইম্প্ৰেচন দিলে? ছিঃ ছি আপোনাৰ লগত থকাই টান হ'ল। তেওঁৰ খং নাই। সাধাৰণতে এনে লোকৰ খং নাই। নিলজ্জ মানুহৰ খং কম। তেওঁ ক'লে: 'এ এইটো এটা সাধৰণ কথা। মানুহে ইয়াত'ক বহুত বেছি কৰে।'

বাটত গোঁসাইয়ে মোক এৰিলে। আপুনি গৈ থাকক। মই চুলি কেইডাল কাটি যাওঁ। এইবুলি কৈ তেওঁ "ইটা চেলুনত" বহি গল। মই গুছি আহিলো।

অলপ পিছত তেওঁ আহি ওলাল। চুলিৰ কাট দেখি প্ৰথমতে তেওঁক চিনিয়েই পোৱা নাছিলা। এদিন বাৰ ঘন্টা দাড়ি নুখুৱালে যিখিনি দাড়ি গজিব ঠিক সিমানখিনি চুলিহে তেওঁ মূৰত ৰাখিছে। তেওঁক সুধিলো: কিহে গোঁসাই মূৰটো একেবাৰে টপা কৰি পেলালে। কাৰণ কি? গোঁসাইয়ে যুক্তি দি'ল কম চুলিত বহুত আয় হয়। যেনে ফনী, পানী, তেলৰ প্ৰয়োজন নাই। মই ক'লো তদুপৰি ছিটী বাছত টিকট নাকাটি পলালে কণ্ডাক্টৰে চুলিত থাপ মাৰি ধৰিব নোৱাৰে। গোঁসাইয়ে হাঁহিলে।

লাহে লাহে মই গোসাইক বেয়াকৈ কবলৈ আৰম্ভ কৰিলো। তেখেতক বেয়াকৈ কবলৈ মোৰ নৈতিক অধিকাৰ নাই। কিন্তু সহ্যৰ বান্ধ ভাঙি গল।

গোসাইয়ে বেগটো খুলি এটা বেঙেনা উলিয়ালে আৰু কাগজেৰে মেৰিয়াই অনা এটা গড়ৈ মাছ উলিয়ালে। মোৰ ফালে চাই ক'লে আহোতে একেবাৰে বজাৰ কৰিয়েই আহিলা। ইয়াত বস্তু কিনা বৰ টান হ'বি। জানেনে এই বেঙেনাটোৰ ওজন ডেৰশ গ্ৰাম। গড়ৈটিৰ ওজন এশগ্ৰাম হৈছে। দেৰশ গ্ৰাম বেঙেনা আৰু এশগ্ৰাম গড়ৈৰ মোৰ প্ৰয়োজন নাই। শ্বেয়াৰ কৰো দিয়ক। মোৰ খঙটো মুখত প্ৰকাশ নকৰি কলো আপুনি বেঙেনা ভজা আৰু গড়ৈ ভজা দুই টুকুৰা মোক দিব, যিমান পাৰে দিম। গোঁসাইয়ে ক'লে— 'মইতো নাভাজো। দুয়োটাকে পুৰিম।

: ষ্টোভত কেনেকৈ মাছ পুৰিব?

ঃ কাগজেৰে পুৰিম। কিছুমান অদৰকাৰী কাগজ লৈ আহিছো নহয়।

মন্তব্য একো নকৰিলো, কিন্তু মই শ্বেয়াৰ নকৰো বুলি কৈ দিলো।

ইয়াৰ পিছত গোঁসাই গা ধুবলৈ গ'ল। বাথৰুম আৰু টইলেট-বিনাল এটাই। মোৰ প্ৰস্ৰাব কৰা লাগিছিল। গোঁসাই ওলাই নাহেহে নাহে। কিমান সময় যে গা ধুইছে! আহিল। বৰষুণত ভিজা ছাগলীৰ দৰে তিতা তাবেলখন কঁকালত মেৰিয়াই ওলাই আহিল। মই পলম হোৱাৰ কাৰণ সুধিলো। গোঁসাইয়ে ক'লে ঃ গাত চাবোন ঘঁহা মানুহৰ বেছি সময় নালাগে। চাবোনখিনি ঘহিয়েই গাত পানী ঢালি গুছি আহিল। কিন্তু চাবোন ব্যৱহাৰ নকৰা মানুহৰ সময় লাগে, কিয়নো তেওঁলোকে ভালদৰে নখেৰে ঘহি-পিহি গা ধোৱে। চাবোন মানুহৰ শৰীৰৰ পক্ষে অপকাৰী। আগৰ দিনত চাবোন ওলোৱা নাছিল মানুহৰ গাত মলিও নাছিল, বেমাৰ-আজাৰো নাছিল। এতিয়া মানুহে যিমানেই চাবোন মাৰি গা ধোৱে সিমানেই গাৰ গন্ধত কাষ'ল যাব নোৱাৰি। চৰ্মৰোগে এৰা নিদিয়ে।

ঃ হৈছে হৈছে, এতিয়া লেকচাৰ বন্ধ কৰক, বন্ধন কাৰ্য্য সমাপ্ত কৰক, মই ক'লো। তেওঁ অতি কষ্ট কৰি কাগজ চাগজ পুৰি গড়ে আৰু বেডেনা দুটাৰ গতি লগালে। নিজৰ আজ্ঞা নিজে বখানি বখানি পৰম তৃপ্তিত ভাত খাই মহ খেদি খেদি বাহিৰত বহি থাকিল।

এদিন ৰবিবাৰে দিনত গোসাঁইয়ে অঘোন দিলে। মোক ক'লে আজিৰ গধূলি সাজ হোটেলত খাম। মাৰোৱাৰী হোটেলত। বলক বৰুৱা, আপুনিয়ো খাব মোৰ লগতে।

গধূলি দুয়ো ওলালো জয় বজ্ৰাঙ্গবলী' হোটেললৈ। মাৰোৱাৰী হোটেলত ভাত খাবলৈ ভাল। যিমান খাব পাৰে খাওঁক, এক দাম। প্ৰথমতে শুকান ৰুটি—লগত দাইল ভাজি। পাপৰ চৰ জি। পিছত ভাত, লগত আকৌ সেই দাইল ভাজি চৰজি, পাপৰ। মই তিনি-খনমান ৰুটি খায় পিছত ভাত খালো। গোসাঁইয়ে ৰুটি খায়েই থাকিল। মই মনে মনে গণি আছো—এখন, দুখন .পঁচিশখন।

বয় কেইটা শেষত বিৰক্ত হ'ল। মই মুখ ধুই তামোল খালো। মুখৰ তামোল পাগুলি পাগুলি কণা এটাও নোহোৱা কৰিলো। টোপনি ধৰিলে। তথাপিও তেওঁৰ নহয়হে নহয়।

শেষত হ'ল। মুখেৰে উশাহ লব নোৱাৰাকৈ, গলৰ নলীলৈকে অতাকৈ খালে। আনকি হাউলি মুখখনকে ধুব নোৱাৰা অৱস্থা তলমূৰ কৰিলেই চাগে মুখেৰে ওলাব খোজে। ৰুমালেৰে হাত মছি মছি মোৰ ওচৰলৈ আহিল। মোক সুধিলে ঃ পইচা দিলে? মই মোৰ ভাগৰখিনি দিয়া বুলি ক'লো। তেৰোঁ কাউণ্টা-ৰলৈ পইচা দিবলৈ গ'ল। সুধিলে হামাৰা কিমান হোৱা হাই? মাৰোৱাৰীয়ে ক'লে ঃ তিনি টকা। এক দৰ। গোসাঁইয়ে চকু থিয় কৰি ক'লে. মইতো ভাত খোৱা নাই, ৰুটিহে খাইছো, মোৰ তিনি টকা কেনেকৈ হব?

তাৰ পিছত মেনেজাৰ আৰু গোস্বামীৰ মাজত ভীষণ তৰ্ক লাগিল। মেনেজাৰে ক'লে ঃ আপুনি যিমান ৰুটি খালে আকৌ ভাত খোৱা হ'লে আমাৰ হোটেলত লাল বাটি লগাব লগা অৱস্থা হব ডাঙৰীয়া। গোস্বামীয়ে দুই টকা দলি মাৰি দি এক মুঠি ভজা গুৱামূৰি মুখত ভৰাই গুছি আহিল। মেনেজাৰ, বয়, আন আন গ্ৰাহক সকলোৰে ঠাট্টা মস্কৰা কৰি সন্মানৰ লাঘৱ কৰি দিলে।

বাটত তেও যুক্তি দিলে এই হোটেলবালাবোৰে আমাক ঠগাই ঠগাই বৰ লাই পাই গৈছে।

মই একো নামাতিলো।

এইদৰে গোস্বামী ডাঙৰীয়াৰ লগত বিচিত্ৰ অভিজ্ঞতা উপা-জন কৰি আমাৰ কাৰ্য্য সম্পন্ন কৰি উভতিলো।

ৰেলৰ ডবাত বহি গোস্বামীক সুধিলো বাৰু গোঁসাই, আপো-নাক কথা এটি সুধিম, বেয়া নাপাব। আপুনি ইমান কৃপণালি কৰি চলে কিয়?

গোঁসাইয়ে উত্তৰ দিলে এয়া আপুনি কৃপণালি বুলি নকব। কৃপণালি আৰু মিতব্যয়ী দুটা সম্পূৰ্ণ সুকীয়া বস্তু। আমি অস-মীয়া মানুহে মিতব্যয়ী হবলৈ শিকা নাই। একো চৰিয়া দাইল তৰকাৰী, মাছ-মাংস খাই খাই আমাৰ মন উৰ্দ্ধমুখী হৈ গৈছে।

ফলত আমি দৰিদ্ৰ হৈ গৈছো। আয়তকৈ খৰচৰ মাত্ৰা অসমীয়া মানুহৰ সদায়ে বেছি। সেই কাৰণে ধাৰ। তেল, চাবোন, চথ-তথত খৰচ কৰি কৰি দৰমহাৰে বাজেট মিলাব নোৱাৰে। তাকে লৈ স্বামী-স্ত্ৰীৰ মাজত কাজিয়া। মই হস্তক্ষেপ কৰিলো ঃ হৈছে হৈছে, লেকচাৰ মাৰিব নালাগে। কৃপণালি আৰু মিতব্যয়িতাৰ পাৰ্থক্য মই জানো। এইদৰে বাহিৰলৈ আহি এই মিতব্যয়িতা দেখুৱাব নালাগে। ঘৰত কৰক যিমান কৰে।

গোসাইয়ে হাঁহি এটা মাৰি ক'লে ঃ আপুনি বুজা নাই। ঘৰৰ পৰা বাহিৰ ওলালে মানুহ খোৱা-লোৱাত সাৱধান হব লাগে। অসুখ-বিসুখ নহবৰ কাৰণে সদায় অলপ ভোজন, কম নিদ্ৰা, বিলা-সিতা বৰ্জন, এইবোৰত চকু দিব লাগে। ঘৰত ইচ্ছামতে খাওক আৰু শোৱক ; আপোনাৰ অসুখ হ'লেও চাওঁতা আছে, বাগৰি বাগৰি শুই থাকিলেও মাতোতা নাই। পৰদেশত সদায় পৰৰ ভাবেই চলিব লাগে।

বৰ দুখৰ কথা ৰাতি শুই থাকোতে গোঁসাইৰ মণিবেগটো কোনোবা দুৰ্বৃত্তই পকেট মাৰিলে। গোঁসাই প্ৰথমতে দাইলৰ মাজত শিলগুটি বিচৰাৰ দৰে কাপোৰ-কানি চব লুটিয়াই চাইছিল। মোৰ বৰ ভয় লাগিছিল তেওঁ কন্দা-কটা কৰিব বুলি। কিন্তু আচ-ৰিত তেওঁ ক'লে : নিয়ক, কোনো কথা নাই। মইতো ভেটি খোৱা বা কাৰোবাক অন্যায় কৰি অনা পইচা নাছিল। অশেষ কষ্ট কৰি পইচাখিনি চেষ্টা কৰিছিলো। ভোগ কৰিবলৈ নাপালে। কোনো কথা নাই। গতস্য শোচনা নাস্তি।

গোঁসাইৰ ৰূপটো এইবাৰহে দেখা পালো।

—০—

# দুৰ্ভগীয়া

বহুত দিন চাকৰৰ হাতে ৰন্ধা ভাত খাই খাহ আমনি লাগিছিল। মিনুৰ মাকলৈ চিঠি লিখিছিলো— 'তুমি কেইদিনমানলৈ হ লেও ইয়ালৈ আহিব নোৱাৰানে ?'' তেওঁ উত্তৰ দিছিল— 'আপুনি অকল আপোনাৰ সুখটোলৈকে চালে হবনে ! ইফালে ঘৰখন চলে কেনেকৈ ?' প্ৰত্যুত্তৰ একো দিব নোৱাৰিলো। সেই বাবেই চাকৰৰ পিচত চাকৰ ৰাখি মুৰটো ঘোলা কৰিছো। অফিচৰপৰা আহি হাঁহিবলৈ প্ৰায় পাহৰি গৈছো।

নন্দেশ্বৰৰ আগেতেও ভালে কেইজন ল'ৰাৰ মোৰ ঘৰত ৰান্ধনি কাম কৰি প্ৰমোচন হৈ গ'ল। প্ৰত্যেকজন ল'ৰাৰ স্বভাৱ-চৰিত্ৰ বিভিন্ন প্ৰকৃতিৰ আছিল। শান্তিপুৰত থাকোঁতে কেইদিনমান নিজেই ভাত ৰান্ধি খাইছিলোঁ। চাৰিওপিনে ল'ৰা খবৰ কৰি ক'তো পোৱা নাছিলো। তাৰ পিচত পাণবজাৰলৈ আহি এটা নতুন ঘৰ ললো। মোৰ সম্বন্ধীয় ককাইদেউ এজন ৰেলৰ টিকট-কলেক্টৰ। তেওঁক এটা ল'ৰা দিবলৈ কৈছিলোঁ। এদিন ৰাতিপুৱাই ষ্টেচনৰপৰা বাহিৰে বাহিৰে এজন ল'ৰা লৈ আহিল। টিকট নকৰাকৈ ৰেলত আহিছিল। তেওঁ ধৰি মোৰ ওচৰলৈ লৈ আহিল। মই নাম-ধাম সুধিলোঁ। ভাত ৰন্ধা অভ্যাস আছেনে নাই প্ৰশ্ন কৰিলো। সি "আগতে অভ্যাস নাই, চেষ্টা কৰিলে পাৰিম' বুলি ক'লে। নামটো আৰু ঠিকনাটো লিখি ৰাখি তাক ৰাখিলো।

তাৰ নাম নিখিল আছিল। হোজাইত ঘৰ। তাক বাহিৰৰ কোঠা এটাত বিছনা কৰি দিলো। ভাত ৰান্ধিলে। আঞ্জাত খুব জলা দিলে। জলকীয়া কম দিলৈ ক'লো; সি নুশুনিলে। দৈনিক তাৰ জলকীয়াৰ কোব বেছিহে হ'ল। এদিন গধূলি ফুৰি আহি পাকঘৰত সোমাই দেখিলো—নিখিলে কান্দি আছে। মই অলপ সহানুভূতিৰ

সুৰত তাক কন্দাৰ কাৰণ সুধিলো । সি বহুত সময় ফেঁকুৰি ফেঁকুৰি ক'লে —"ছাৰ, ঘৰত মোক ককাইদেউ আৰু নবৌৱে দেখিব নোৱাৰে। মোক ঘৰৰপৰা উলিয়াই দিছে । মনৰ দুখত মই গুৱাহাটীলৈ আহি-ছিলো কিবা চাকৰি কৰিম বুলি ।" মই তাক আশ্বাস দি মৰম কৰিলো । পিচদিনাখন ৰাতিপুৱা দেখিলো নিখিল নাই । তাৰ কোঠাত সোমাই দেখিলো তাত কাপোৰ-কানি এ'কা নাই। কলেক্টৰ ককাইদেউ আহিছিল । তেওঁক খবৰটো দিলো । আবেলিহে গম পালো—কিবা কিৰি বস্তুও নাই । এখন চাদৰ, মুখমোচা এখন, তলা চাবি এযোৰ, পুৰণা জোতা এজোৰ, গেঞ্জি এটা আৰু বজাৰ কৰি ৰোৱা আধলি এটা ।

তাৰ পিচত আহিল আন এজন ল'ৰা । তাৰ নাম শক্তিপদ । অষ্টমমান শ্ৰেণীলৈ পঢ়িছিল । ঘৰৰ অৱস্থা বৰ বেয়া । গুৱাহাটীত নাইট স্কুলত পঢ়িব পাৰে নেকি সেই আশা লৈ আহিছে । তাক থাকি-বলৈ দিলো । দুদিনমান খুব মোৰ আগত লাজ কৰিলে । ভক্তি আৰু শ্ৰদ্ধা দেখুৱালে । মোক দাদা বুলি মাতিলে । তিনি দিনৰ দিনা মোৰ কোঠালীলৈ সোমাই আহিল । কেইখনমান কাগজ মোৰ টেবিলত থৈ ক'লে—"দাদা, চাওকচোন মই এই কেইটা গল্প আৰু কবিতা লিখিছো, কেনে হৈছে।" মই অলপ আচৰিত হ'লো । তথাপি সেইকেইটা ওপৰে ওপৰে চকু ফুৰাই ভাল হোৱা বুলি ক'লো । ক'বলৈহে পালো, তাৰ মুখখনত আনন্দৰ ৰেখা ভৰি পৰিল । সি অনগল কৈ গ'ল —"মই এনেকুৱা বহুত গল্প লিখিছোঁ । অসম বাণী আৰু প্ৰতিনিধিলৈ বহুত পঠালো । কিন্তু মোৰ এটাও নুঠে । আমাৰ স্কুলৰ নেউলি মাষ্টৰকো দেখুৱাইছিলো । বৰ ভাল হোৱা বুলি কৈছে । দাদা, আপোনাৰ অসম-বাণীত চিনা-জনা আছে নেকি?" মই নাই বুলি কৈ তাক যাবলৈ দিলো । শক্তিপদ মোৰ কোঠাৰপৰা ওলাই যোৱাৰ পিচত মই ভালে-মান সময় ভাবি থাকিলো ।

সিদিনাৰপৰা শক্তিপদক বেলেগ ৰূপত দেখিবলৈ ধৰিলো । সি দালিৰ কেৰাহিটো চৌকাত তুলি দি, মোৰ দুটা বহা মুঢ়া আছে সেই দুটা তাৰ চৌকাৰ ওচৰলৈ নি বহে । এটাত বহী এটা থৈ এটাত সি বহি কবিতা লিখি থাকে । ইফালে দালি উতলি মাটিত পৰি জুই নুমাই যায়—তাৰ খবৰেই নাই । এদিন তাক এই অৱস্থাত দেখি ধমকি দিলো । তাৰ পিচৰপৰা মোক কোনোমতে ভাতকেইটা দি

ৰাতি প্ৰায় এটামান বজালৈকে আঠুৰাৰ তলত সোমাই সোমাই গল্প কবিতা লিখে। মুঠতে শক্তিপদৰ খাওঁতে, বহোঁতে, শোওঁতে কেৱল কবিতা আৰু গল্প। কেইদিনমানৰ পিচত তাক বিদায় দি'লো।

তাৰ পিচত আহিল মথুৰ। আগতে জাহাজ কোম্পানীত কাম কৰিছিল। কিবা দোষত চচপেণ্ড হৈছে। মোৰ চিনাকি বন্ধু এজনে আনি মোৰ লগত থৈ দিলে। ভাত কেইটা ৰান্ধি দিব—খাব—দৰমহা নালাগে। মথুৰ বেছি হৃষ্ট-পুষ্ট ল'ৰা। গাত অসীম বল। চুলিবোৰ বৰ দীঘল। গাত ৰকেট আৰু মেম-চাহাবৰ ছবি থকা হাৱাইন্-শ্বার্ট। ছাতিৰ কাপোৰৰ দৰে ক'লা কাপোৰৰ হাফপেণ্ট। দোকানৰ-পৰা ডাঙৰ ডাঙৰ ভোখৰৰ খাৰ কিনি আনি হাত আৰু ভৰিৰেই ভাঙি-মুচৰি সৰু কৰে। বুঢ়া তামোলবোৰ ভুকু মাৰি ভাঙে। চালত কোমোৰা কেইটামান লাগিছিল। তাকে পাৰ আনিবলৈ জাপ মাৰি চালত উঠে আৰু জাপ মাৰি নামে। জুই যেন গৰম ভাতৰ কেৰাহি খপকৈ নমাই দিয়ে। হাত নোপোৰে। বন্ধা-বঢ়াৰ একো ঠিক নাই। নিমখ কেতিয়াবা আজাত নিদিয়েই। কেতিয়াবা আকৌ নিমখৰ প্ৰতাপত খাবই নোৱাৰি। এদিন ভাতত হালধি দি দিলে। ভাত কেইটা ৰঙা পৰি গ'ল। ভাত খাওঁতে আচৰিত হৈ সুধিলো— "মথুৰ, ভাতত ৰং কেলেই?" সি মুৰটো তলমুৱা কৰি উত্তৰ দিলে—"ছাৰ চাকৰিটোৰ চিন্তাই মূৰটো গৰম কৰি ৰাখে। কেতিয়া কি কৰোঁ একো ঠিক নাই। চাকৰি নাপাওঁ মানে এনেকুৱা হৈ থাকিবই।" মোৰ খং উঠিল—"এনেকুৱাই যদি হৈ থাকে তেন্তে কাইলৈ ৰাতি-পুৱাই তই মোৰ ইয়াৰপৰা যোৱাই ভাল হব।" মথুৰে একো নামাতিলে। পিছদিনা যাবলৈ ওলাই ক'লে— "ছাৰ, মই যাওঁগে। বিক্ষাইনাৰিত কিবা দিন হাজিৰা কাম পাওঁ নেকি—ভাকে কৰোঁগে।" মথুৰক যাবলৈ দিলো।

ইয়াৰ পিচতো ভবেন, বংশী, তাৰিণী আদি আৰু কেবাজনো ল'ৰা আহি মোৰ ইয়াত থাকি গ'ল। অৱশেষত আহিল নন্দেশ্বৰ। এই নন্দেশ্বৰৰ কীৰ্ত্তিয়ে মোক অবাক কৰিলে। ভাবিছিলো এজন ভাত বন্ধা ল'ৰাৰ অন্তৰত একো থাকিব নোৱাৰে। সিহঁত বুদ্ধিহীন, গাধা-গৰু, কেৱল খাব জানে। কিন্তু আজি সেই ধাৰণা মোৰ সলনি হ'ল। সেই বাবেই আজি মই নন্দেশ্বৰৰ গল্প লিখিলো। নন্দেশ্বৰৰ দৰে ল'ৰা

আৰু মহুত এই চহৰত চাকৰি কৰি আছে। সিহঁতৰ পিৰিহঁতবোৰেও এই কথা জানক।

এজন ল'ৰা গৈ আন এজন অহালৈকে মাজ.ত কেইদিনমান নিজেই ভাত ৰান্ধি খাবলগীয়া হয়। কেতিয়াবা ছুটি লৈ ঘৰতো বহি থাকোঁগৈ। সেই কেইদিন শ্ৰীমতীৰ ওপৰত তিনি তেল মাৰি খাওঁ। তাৰপৰা ঘূৰি আহি আকৌ তিতা-মেকুৰী। এদিন ৰাতিপুৱা দাৰ্জিলিঙৰ কেৰাহিত পেলাই দি কিতাপ এখন মেলি লৈছোঁহি, তেনেতে আহি ওলাল নন্দেশ্বৰ। মোক নমস্কাৰ এটা দিলে। কিয় আহিছে সোধাত সি ক'লে—'ছাৰ, মই আপোনাৰ ইয়াত থাকিব খোজোঁ। যদি অনুগ্ৰহ কৰি মোক ৰাখে তেন্তে বৰ ভাল পাম।" মই তাৰ নাম ধাম সুধিলো, আগতে ক'ত আছিল খবৰ ললো, মোৰ ইয়াত থাকিলে অমুক তমুক কৰিব লাগিব ইত্যাদি কিছুমান কথা কৈ তাক থাকিবলৈ দিলো।

১৯৬২ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা নন্দেশ্বৰ মোৰ লগত থাকিল। নন্দেশ্বৰক দেখি প্ৰথমতে মোৰ অনুমান হৈছিল—ই বৰ বেছি চালাক নহয়—অন্ততঃ কেইমাহমান মোৰ ইয়াত থাকিব। তাক শিকাই বুজাই লব পাৰিলে ভালেই হব। তাক পাকঘৰ'টো চমজাই দিলো, কোন কোন দোকানত বাকী খাওঁ চিনাকি কৰি দিলো। সি খুব বাধ্যতা আৰু আনুগত্যৰে মোক অনুসৰণ কৰিলে। মই তাৰ ঘৰত কোন কোন আছে, সি কিমানলৈ পঢ়িছিল, ইত্যাদি খবৰা ললো। সি কৈ গ'ল—"ছাৰ, মোৰ নিজা মা নাই, সতীয়া মা আছে, কাকাই-দেউ এজনো আছে, গাৰঁতে বিয়া কৰাইছে। দেউতা সৰুতে মৰিছে। মই ছাৰ তৃতীয়মান শ্ৰেণীলৈ পঢ়িছিলো—তাৰ পিচত ককাইদেৱে আৰু পঢ়িবলৈ নিদিলে।" মই তাক দুই এখন কিতাপ আনি ঘৰতে পঢ়ি থাকিবলৈ ক'লো। সি বৰ আনন্দ পালে।

পিচদিনাখনৰপৰা নন্দেশ্বৰৰ কোঠাত লাগিছ বৈজয়ন্তীমালাৰ ছবি উঠিল। বিছনাৰ মূৰ শিতানত এখন বহী, ABCD ৰ কিতাপ, ক'লা মেকুৰীৰ সাধু, এটা বাৰ অনা দামৰ ফাউণ্টেন পেন, এডাল কাঠপেন্সিল দেখা গ'ল। মোৰ পদুলিৰ জপনাখনত এখন ছাইনবোৰ্ড দেখা পালো। চুণেৰে লিখিছে — "শ্ৰীননদেচৰ বৰুৱা। দুৱাৰ খন জপায় জাৰ।" মোৰ হাঁহি উঠিল। ধমকি দি সেইখন গুচাই থবলৈ ক'লো।

সি ক'লে—"ছাৰ, গৰু ছাগলী সোমাই ফুল কেইভাল খায়। সেই কুকুৰৰ পুতেকহঁতে পানী নিদিলে আছে নহয়, দুৱাৰখন জাপ নাযায় সিহঁতৰ হাতত"—এই বুলি মুখখনৰ এটা আভজা ভঙ্গী কৰি দক্ষিণফালে এবাৰ চালে। মই তাক ছাইনবোৰ্ডখন নিদি এনেয়ে চকু দিবলৈ ক'লো।

মই অফিচলৈ ওলাই গ'লে নন্দেশ্বৰক কিছুমান কাম দি যাওঁ, মই আহি পালে এই কেইটা কাম যদি দেখিবলৈ নাপাওঁ চাবি তেন্তে?" অফিচৰপৰা আহি দেখোঁ সি বিছনাতে পেট পেলাই কিবা লিখি থাকে। খঙে মোৰ মূৰৰ চুলিৰ আগ পায়। মূৰে কপালে হাত দি ভাবোঁ—হৰি হৰি প্ৰভু, মোৰ ঘৰলৈ যিয়ে আহে, কেৱল সাহিত্যিক হবলৈহে আহে। কৈফিয়ৎ ললে সি কয়—"ছাৰ, আপুনি যোৱাৰ পিচত ভাত কেইটা খাই অলপ শুইছিলো। এইমাত্ৰ সাৰ পাইছো। উঠি'য়েই এখন চিঠি লিখিলো।" তাৰ পিচত সি খকমককৈ উঠি চাহৰ চৌকাত জুই দিয়ে। চাহ কাপ আনি আগত দিলে মোৰ খং নাইকিয়া হৈ যায়।

যিমানেই দিনবোৰ গৈ থাকিল সিমানেই দেখিলো নন্দেশ্বৰ বেছি অধ্যয়নশীল হৈ আহিব ধৰিলে। মোক কোনোৰকমে ভাত আৰু চাহখিনি দি সি কেৱল লিখেহে লিখে। বেৰত, দুৱাৰত, পায়খানাৰ দুৱাৰত, মোৰ আলোচনী, কিতাপ-পত্ৰত চাৰিওফালে সি চকমাটি আৰু কাঠপেঞ্চিলেৰে তাৰ নামটো লিখি পেলাইছে। মই তাক মাতি আনি কাণত ধৰাই তিনি বাৰ উঠা-বহা কৰালো। আৰু ভৱিষ্যতে যাতে এনে নকৰে তাৰ বাবে সতৰ্ক কৰি দিলো।

লাহে লাহে নন্দেশ্বৰে মোৰ কামত বেছিকৈহে অৱহেলা কৰিবলৈ আৰম্ভ কৰিলে। বজাৰলৈ মাছ আনিবলৈ পঠালে মাই খাই বুলি দুটা কণী লৈ আহে। গেঞ্জিটো আৰু গাৰুৰ টাৱেলখন কেতিয়াবা ধুবলৈ দি অফিচলৈ যাওঁ। আহি দেখোঁ সি লিখি আছে। দোকানত হেনো চাবোন নাই—সেয়ে ধুব নোৱাৰিলে। মই মহা বিপাওত পৰিলো। যিজন ল'ৰাই আহে ভাত ৰান্ধিবলৈ, প্ৰত্যেকৰে ই এটা 'হেকেণ্ডাৰী বিজনেছ'হে হৈ পৰে। সিহঁত যেন মোৰ ঘৰলৈ ৰান্ধনি হৈ নাহে—আহে সাহিত্যিক, বিৰহী অথবা চোৰ হৈ। কি কৰা যায়! কি উপায় অৱলম্বন কৰিলে বাৰু এই ল'ৰাবোৰক ভাল কৰিব পৰা হব?

মোৰ ঘৰলৈ প্ৰায়ে বন্ধু-বান্ধৱ আহি থাকে। সকলোৱেই নন্দেশ্বৰৰ গুণাৱলী কম-বেছি পৰিমাণে জানে। কিছুমানে হঁাহে। কিছুমানে কয়—ল'ৰা চলাব লাগিলে দুই এটা পিটন দিব লাগে। তেহে ঠাণ্ডা হৈ থাকে। এদিন বৰপেটাৰ মোৰ এজন বন্ধু আহিছিল। তেওঁ আগে-পিচেও আহে। তেওঁলোকৰ কিতাপৰ ডাঙৰ কাৰবাৰ আছে। প্ৰকাশক আৰু কিতাপ বিক্ৰেতা। সিদিনাখন মই অফিচত থাকোঁতে তেওঁ আহি পাইছিল। আবেলি মই অফিচৰপৰা আহি চাহ-তাহ খাই তেওঁৰ খবৰ বাতৰি ললো। তেওঁ আনবোৰ খবৰ কোৱাৰ পিচত হাঁহি হাঁহি ক'লে—"আপোনাৰ নন্দেশ্বৰে এখন উপন্যাস লিখিছে। মোক কিতাপ ছপালে বিক্ৰী হবনে আৰু আমি ছপাব পাৰোঁ নেকি— ইত্যাদি কথা সুধি ব্যতিব্যস্ত কৰিলে। মই আপোনাক কিতাপখন দেখুৱাবলৈ কৈছো। আপুনি এবাৰ চাই মেলি দিলেহে ভাল হব বুলি কৈছো।" বন্ধুৰ কথাত মই নাহাঁহিলো। বাল্কিনি ল'ৰা এজনৰ উপন্যাস লিখাৰ ধাউতি দেখি মই অলপ আচৰিত হ'লো।

আজি তিনিদিন মানৰপৰা লক্ষ্য কৰিছো নন্দেশ্বৰে কাম-কাজত একেবাৰে অৱহেলা কৰিবলৈ আৰম্ভ কৰিছে। ৰাতিপুৱা দেৰিকৈ উঠে। পাকঘৰটোত সোমালে ভাত খাবলৈ মন নাযায়, বাচন-বৰ্তন-বোৰ একেবাৰে লেতেৰা কৰি ৰাখে। মই এদিন খুব গালি পাৰিলো। ক'লো—"কাইলৈ যদি তোৰ পাকঘৰ পৰিষ্কাৰ দেখা নাপাওঁ তেন্তে তোক পিতন দিম।" পিচদিনাও ঠিক সেই একেই অৱস্থা দেখিলো। পুনৰাই তাক সতৰ্ক কৰি দিলো। কিন্তু সি সিয়েই থাকিল। আজি তিনিদিন মান গাও ধোৱা দেখা নাই। কেৱল ৰাতি ভালেমান পৰলৈকে কিবা লিখে আৰু পঢ়ে।

লাহে লাহে মোৰ সহ্যৰ সীমা পাৰ হৈ আহিল। তথাপি অফিচলৈ যাওঁতে শেষবাৰৰ কাৰণে তাক সতৰ্ক কৰি দি গ'লো—"আজি যদি তোক পুনৰ এই অৱস্থাত দেখা পাওঁহি মই নিশ্চয় তোক পিটিম।" অফিচৰপৰা আহি দেখিলো সি শুই আছে। ঠাইখন সৰা নাই। পাকঘৰটো একেবাৰে চাব নোৱাৰি। মোৰ খঙক মই বাধা দিব নোৱাৰিলো। তাৰ কোঠালীলৈ সোমাই গৈ বিছনাৰপৰা তাক টান মাৰি মাটিত বগৰাই দিলো। তাৰ পিচত চৰ ভুকু-লাঠি মাৰি তাক বাহিৰ কৰি খেদি দিলো। মোৰ হাত আৰু ভৰিবে অসহ্য দুখ পোৱাকৈ

নন্দেশ্বৰক মই আজি প্ৰহাৰ কৰিলো। তাৰ চকুৰে ধাৰাসাৰ পানী ওলাল। গাল-মুখ ৰঙা পৰিল। চুলিবোৰ আউলি-বাউলি হল। বাৰাণ্ডাৰ এটা চুকত বহি সি ফেঁকুৰি ফেঁকুৰি কান্দিলে।

অফিচৰপৰা আহি চাহ-তাহ একো খোৱা নহ'ল। কোঠালীৰ দুৱাৰ-খিৰিকী বন্ধ কৰি ভালেমান সময় বহি থাকিলো। মনটো খং অভিমান, দুখেৰে ভৰি পৰিল। মিনুৰ মাকলৈও খং উঠিল। অৱশেষত ভাগ্যক দুষিলো। এই চাকৰবোৰ মোৰ ইয়ালৈ আহিহে এনেকুৱা হয়নে সকলোৰে ঘৰত এনেকুৱা তাকে এবাৰ ভাবি চালো। আমি চাকৰক মৰম কৰো বাবেই এনেকুৱা হয় নেকি? এদিন বৰুৱা দাদাই কৈছিল—' চাকৰে কুকুৰে সমান, সিহঁতক লাই দিব নালাগে।'' কথাটো ঠিকেই। মৰমত ৰহন চৰে সিহঁতৰ। দুভাবনাত মনটো কিবা হৈ পৰিল। ঠিক কৰিলো দুইমাহমান ছুটী লৈ ঘৰতে বহি থাকোঁগে।

গধুলি নন্দেশ্বৰে মাতিলে –''ছাৰ বজাৰলৈ যাম নেকি?'' তাৰ মুখৰ ফালে নোচোৱাকৈ টকা এটা উলিয়াই দি ক'লো—''মাছ আনিবি।'' সি মোনাখন লৈ বজাৰলৈ গ'ল। মই তাৰ কোঠালৈ সোমাই তাৰ বিছনাখন পৰীক্ষা কৰিলো। কিবা-কিবি লিখা বহী। কিতাপে বিছনাখন ভৰি আছে। তাৰে মাজত ডাঙৰ বহী এটাত চকু পৰিল। সেইটো তুলি আনিলো। সিনো কি লিখিছে চাবলৈ মন গল। বহীটো আনি মোৰ কোঠাত বহি মেলি ললো।

বহীটোত নন্দেশ্বৰে যিখিনি কথা লিখিছে— সেইখিনি কথা পঢ়ি মই অবাক হৈ গ'লো। নন্দেশ্বৰহঁতৰ দৰে ল'ৰাবোৰৰ অন্তৰতো এনে আশা লুকাই থাকিব পাৰে বুলি মই ভবিবই পৰা নাছিলো। এইমাত্ৰ মই এই দুখন হাতেৰে নন্দেশ্বৰক প্ৰহাৰ কৰিছো। মোৰ বৰ দুখ লাগিল। কিয় বাৰু তাক মই প্ৰহাৰ কৰিলো। নিখিল, মথুৰহঁতৰ দৰে তাকো মই খেদাই নিদিলো কিয়? নন্দেশ্বৰে লিখা কথাখিনি মই ভনত তুলি দিলো। সি ছাইনবোড লিখাৰ দৰে শত-সহস্ৰ বানান ভুল কৰি লিখিছিল। মই শুদ্ধ বানানেৰে কথাখিনি তুলি দিলো। সি কথখিনি গল্প হিচাপেই লিখিব খুজিছিল হবলা—সেয়ে নাম দিছে— 'দুভগীয়া'' ।

সি লিখিছিল—''মালতী, যোৱা দেওবাৰে তোৰ বিয়া হৈ গ'ল

বুলি শুনিলো। ভালেই হৈছে দে—তোৰ সখ হওক। মোৰ দৰে ছাগলিছিগা ভিকহুত তোৰ বাপেৰ তোক যৌতি দিবনে? আজি-কালি চাকৰি কৰা ল'ৰাতহে ছোৱালী বিয়া দিয়ে। তই কৈছিলি মোক চাকৰি এটা কৰিব'ল। সেয়ে গুৱাহাটীলৈ আহিছিলো। কিন্তু গুৱাহাটীত চাকৰি কৰা বৰ টান। মোতকৈ বহু বেছি পঢ়া লৰায়ো চাকৰি পোৱা নাই। তথাপি মই চেষ্টা কৰি আছিলো। কেবা-জনো বাবুক মই লগ ধৰিলো। মোক কোনোবাই কোনোবাই আশাও দিছে। কৰবাত পিয়ন এটা হব পাৰলো হয়তেন। কিন্তু এতিয়ানো কি হব—তোৰ যেতিয়া বিয়াই হৈ গ'ল মইনো আৰু চাকৰি কৰি কি লাভ। তোকনো বাপেৰে ইমান সৰুতে কিয় বিয়া দিব লগা হ'ল। তইতো মোতকৈ বহুত সৰু। গুৱাহাটীত ইমান ডাঙৰ ডাঙৰ ছোৱালী স্কুল কলেজত পঢ়ে — তই দেখিলে আচৰিত হলিহেঁতেন। সেইবোৰ ছোৱালীয়ে বাৰু বিয়াৰ কথা নাভাবে নেকি? তোৰ কাৰণে মই অলপ অচৰপ লিখা-পঢ়াও কৰিছিলো। কিন্তু তোৰ বিয়াৰ খবৰ শুনি মোৰ মনটো মৰি গৈছে। একো খাবৰ লবৰ ইচ্ছা নাই। এইকেইদিন মই যাৰ তাত আছো সেই বাবুৱে মোক গালি পাৰি আছে। কাৰণ মই কাম-বন এ'কো কৰিব পৰা নাই। তোৰ কথা মনত পৰিলে মনটো কিবা কৰে। মোৰ মা নাই, দেউতা নাই। ককাইদেৱেও মৰম নকৰে। ভাবিছিলো তয়ে মৰম কৰিবি। কিন্তু তই নকৰিলি। এতিয়া আৰু মই পিয়ন চাকৰি নকৰো—যেনেকৈ পাওঁ তেনেকৈ খাম। কিন্তু এই বাবু-জনক মই নেৰো। এখেত বৰ ভাল মানহু। কিজানি মোক কিবা উপকাৰ কৰি দিয়েই। তোৰ বিয়া হৈ গ'ল যেতিয়া মই আৰু ঘৰলৈও নাযাওঁ। মোৰনো ঘৰত আৰু কোন আছে? তই শহুৰৰ ঘৰলৈ যা। তোৰ সুখ হ'লেই মোৰ সুখ। তোৰ মতাটো বোধ হয় মে তকৈ ভাল। তেওঁ পিয়ন চাকৰি কৰে নেকি? আজিকালি পিয়নৰ দৰমহা বহুত। তোৰ সুখ হব দে। মই এই সংসাৰত দুভগীয়া।"

নন্দেশ্বৰে লিখা কথাখিনি পঢ়াৰ পিচত মোৰ মনটো বৰ নিষ্ঠুৰ নিষ্ঠুৰ অনুভব হ'ল। মোৰ এই বান্ধনি ল'ৰাজনৰ অন্তৰৰ যিখিনি বেদনা জানিব পাৰিলো, তাৰপৰা মোৰ এটা ধাৰণা মনলৈ আহিল— ল'ৰা-ছোৱালীবোৰ অলপ ডাঙৰ হ'লেই প্ৰেমত পৰিবলৈ শিকে। নন্দেশ্বৰৰ

বয়সস মই অনুমান কৰিলো—হয়তো বৰ বেছি কুৰি বছৰমান হৈছে। কিন্তু এই কুৰি বছৰীয়া ল'ৰাজনৰো এখন ঘৰ পতাৰ কি দুৰন্ত ইচ্ছা। ইহঁতৰ দৰে ল'ৰাবোৰে বৰ বেছি আশা নকৰে- মাত্র এটা পিয়নৰ চাকৰি আৰু এজনী জীৱনৰ সংগী। ঈশ্বৰে হয়তো সেইখিনিকেই নিদিয়ে। ঈশ্বৰে নিদিলেও নন্দেশ্বৰক মই দিম। মই তাক মোৰ পাৰ্চনেল পিয়ন কৰি ৰাখিম। তাক কম এজনী মালতীৰ বিয়া হৈ গ'ল—সেইলৈ তই দুখ নকৰিবি। আন এজনী সেউতী তোক আনি দিম। আৰু কাইলৈকে শ্ৰীমতীলৈ এখন চিঠি লিখিম—"তোমালৈ দেখোন বৰকৈ মনত পৰি থাকে। কেইদিনমানৰ বাবে ইয়ালৈ আহিব নোৱাৰেনে?"

—০০—

# আমাকো মাতিছিল

জীৱনত কত বিয়াৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলো তাৰ লেখ-জোখ নাই। এজন ৰসিক বন্ধুৱে কৈছিল যে এশটা হোমৰ গোন্ধ পালে হেনো নিজৰ বিয়া হয়। তেনে হিচাপতো চাগে মই পিচ পৰি থকা নাছিলো। এইদৰে নিমন্ত্ৰণ ৰক্ষা কৰা সকলোবোৰ বিয়াৰ কথা মনত ৰখা সম্ভৱপৰ নহয়।

কিন্তু হৰেকৃষ্ণ চৌধুৰীৰ জীয়েকৰ বিয়া আৰু কুন্তীদেৱী শইকীয়াৰ জীয়েকৰ বিয়া দুখনৰ কথা মই লিখি থব লাগিব। কিয়নো আমাৰ নতুন পুৰুষ সকলে যেতিয়া বিয়াৰ কথা চিন্তা কৰিব তেতিয়া তওঁলোকে কেনে ধৰণৰ বিয়াক প্ৰাধান্য দিয়ে—তাৰ বাবে এনেবোৰ আদৰ্শ কামত আহিব পাৰে।

কুন্তীদেৱী নিজে বিয়ালৈ নিমন্ত্ৰণ কৰিবলৈ অহা নাছিল। সম্বন্ধীয় লৰা এজনৰ হাতত চিঠি এখন পঠিয়াইছিল। এখন উকা কাকতৰ চিঠি' দুটা শাৰীৰ কথা—"ছোৱালীজনীৰ বিয়াৰ যোগাৰ কৰিছো। এখন্তেক দেখা দি আশীৰ্বাদ দিবহি।" নিজৰ হাতৰ আখৰেৰে তলত মোলৈ আৰু এটা শাৰী লিখিছিল—"মোৰ শাৰীৰিক অসুস্থতাৰ কাৰণে নিজে যাব নোৱাৰিলো' বুলি তুমি নহাকৈ নাথাকিবা।"

বিয়াৰ দিনা ভৰদুপৰীয়া গৈ উপস্থিত হৈছিলো। বহাগ মাহৰ দুপৰীয়া৷ শৰীৰৰ ছাল ক'লা কৰা ৰ'দ। পাঁচ কিলোমিটাৰ খোজ কাঢ়ি যাব লাগে। নেমু টেঙাৰ ৰসৰ দৰে গাৰ পৰা চৌ চৌ কৈ ঘাম ওলাইছিল। কিন্তু বিয়াঘৰ পায়েই সব দুখ ভাগৰ পাহৰি গলো।

পদূলিত এটা তোৰণ সজাইছে। বকুল, ঝাউবন, খেজুৰৰ পাতেৰে বাঁহৰ জেওৰা সাজি তোৰণটো সজাইছে। খেজুৰৰ প্ৰতিটো পাতত নাজি ফুল গুজি দিছে। চিয়াঁহিৰে কাগজ এখনত "আহক, বহকচি" বুলি তোৰণটোৰ ওপৰত মানুহৰ চকুত পৰাকৈ ওঁাৰি দিছে। অপূৰ্ব্ব। যেন প্ৰকৃতি দেবী গহনা পিন্ধি পাৰ্থলৈ নামি আহিছে।

মানুহক আদৰি নিবলৈ তোৰণৰ দুই মূৰে দুজনী গাভৰু ছোৱালী ৰৈ আছে। মই থিয় দিয়াৰ লগে লগে ভিতৰলৈ মাতি নি হাত মুখ ধুবলৈ পানী, গামোছা দেখুৱাই দিলে। ডাঙৰ ডাঙৰ পিতলৰ থালীত পানী ৰাখিছে। পানীবোৰ কলপাতেৰে ঢাকি থৈছে। চিলভাৰৰ মগ কেইটামান সৰু টেবুল এখনত থৈ, ভৰি ধুবলৈ তামামলৰ গছু ফালি পাৰি দিছে। পৰিস্কাৰ পানী। চিক-চিকিয়া পিতলৰ থালীত ৰত ৰতীয়া পানী। এক বিন্দু মলি নাই। হাত-মুখ ধোৱা ঠাইতো দুজনী গাভৰু। তেওঁলোকে মোৰ আলপৈচান ধৰিছে — মগটো, গামোছাখন আগুৱাই দিছে। থালীৰ পৰা পানী বুৰাই দিছে। তাৰ পিছত এজনী ছোৱালীয়ে মাতি নি বহুৱাইছে ৰভাৰ তলত।

চোতাল ঢাকি কলপাতৰ ৰভা দিছে। সূৰ্য্যৰ কিৰণ প্ৰবেশ কৰিব পৰা নাই। এটা শীতল পৰিবেশ। চোতালত নহিলা দৈৰ ঢাৰি পাৰি মানুহ বহাৰ ব্যৱস্থা কৰিছে। খুব ডাঙৰ চোতাল। কমেও দুশ মানুহ বহিব পাৰে। চেণ্ডেল জোতা আদি খুলি মানুহ বহাৰ লগে লগে সেইবোৰ দুজন ল'ৰাই অলপ দূৰত দুচলা তামোলৰ পাতত শাৰী শাৰীকৈ সজাই থয়।

তাৰ পিছত কুন্তী দেবীয়ে মাত লগালেহি : আহিছে, বৰ ভাল পাইছো, আপোনালোকক কষ্ট দিবলৈকে মাতিছো। বহক। মুখত হাঁহি আৰু নমস্কাৰ। এজন ল'ৰাই তামোলৰ বটা আগত ধৰিলে। এজনে চিগাৰেট। আন এজনে আনি চৰ্ব্বত এগিলাচ দিলে। তুল্সা নেমুৰ ৰসেৰে চৰ্ব্বত বনাইছে। আমোলমোলা গন্ধ। কাঁচৰ বগা গিলাচ। ঘটঘটকৈ পিলো। তৃপ্তিৰ আবেশত অন্তৰ জুৰ পৰি গল।

লাহে লাহে মানুহেৰে চোতালখন ভৰি পৰিল। লক্ষ্য কৰিলো—ক'তো শৃঙ্খলা ভংগ হোৱা নাই।

ছুৱালীয়া আৰু কলেজীয়া ল'ৰা-ছোৱালীহঁতে কামবোৰ ভগাই লৈছে। কতো বিশৃঙ্খলা নাই। যাৰ ভাগত যি দায়িত্ব পৰিছে—তাক নিষ্ঠাৰে পালন কৰিছে। তেওঁলোকে পিন্ধা কাপোৰ-কানি অতি সাধাৰণ; কিন্তু নিকা-পৰিষ্কাৰ। ল'ৰাহঁতৰ প্ৰত্যেকৰে গলত, ছোৱালীহঁতৰ প্ৰত্যেকৰে ককালত একোখনকৈ গামোছা। প্ৰত্যেকজন মানুহক কুন্তী দেৱীয়ে অন্ততঃ এবাৰকৈ হলেও মাত লগাবলৈ পাহৰি যোৱা নাই।

খাবলৈ মাতিলে। ওচৰৰ এঘৰৰ চোতালত খোৱাৰ ৰভা কৰিছে। দুজন ল'ৰাই কলেহি : আপোনালোক উঠক। খাব লাগে। প্ৰায় দুশমান মানুহ আমি বহি আছিলো। মই কলো : অত মানুহৰ একেলগে ঠাই হবনে ? ল'ৰা দুজনে হব বুলি কলে। হয়, ঠিকেই। বহল চোতাল। তাতো কল পাতৰ ৰভা। সৰু সৰু চাৰি আৰু কাঠৰ পীৰা শাৰী শাৰীকৈ পাৰি প্ৰত্যেকখন আসনতে একোটা পানীৰ পাত্ৰ, মাজে মাজে হাত ধুবলৈ পিতলৰ চৰিয়া। কলগছৰ চতিয়াত লাহী চাউলৰ ভাত। দুখন ডাইল। এখন মচুৰ আনখন মাটি মাহৰ। এখন তৰকাৰী। পটল ভাজি আৰু একোটাকৈ কাৱৈ মাছ ভজা। কাৱৈ মাছৰে ওটেঙাৰ জোল। অতি উত্তম ৰন্ধন। গাৱঁৰ নৈষ্ঠিক ব্ৰাহ্মণে ৰান্ধিছে। নিয়মীয়া মছলাহে ব্যৱহাৰ কৰিছে। অথচ খাবলৈ মুখত লগা। আচলতে পৃথিৱীৰ ভিতৰত অসমীয়া ৰন্ধন প্ৰণালী অতি উত্তম। অসমীয়া মানুহে শুদ্ধ, পবিত্ৰ, জুৰ ৰন্ধা খায়। ৰন্ধনত অতিমাত্ৰ নাই। অসমীয়া ওটেঙাৰ জোল আৰু মাটি মাহৰ ডাইলৰ যি ৰন্ধন প্ৰকৰণ সেইটো বিশ্বৰ কোনো দেশেই শিকিব পৰা নাই। ভাদমহীয়া ও আৰু পকা আহুধানৰ মাজৰ লাল পৰা কাৱৈ মাছৰ যি সংমিশ্ৰণ অসমীয়া ৰান্ধনীয়ে কৰিব জানে—বিদেশী সকলে তাৰ জুতি পাই অসম এৰিব নোখোজা হৈছে।

পৰম তৃপ্তিৰে পেট ভৰাই খালো। ভাত-আঞ্জা বিলোৱা ল'ৰা-ছোৱালী কেইটাৰ বিনয় ব্যৱহাৰে সকলোকে মোহিত কৰিছে। তেওঁলোকৰ বিলোৱা হাত কেইখনো অতি সুদক্ষ। বেছি-কম কাকো দিয়া নাই। সকলোৱে উদৰ পুৰাই খাইছে অথচ পেলাবলগীয়া হোৱা নাই। কুন্তী দেৱীয়ে শাৰী বিলাকৰ মাজে মাজে ঘূৰি

ফুৰিছে । খোৱা কেনে হ'ল কাৰোবাৰ পাতত কিবা পৰা নাই নেকি ইত্যাদি কথা সুধি ফুৰিছে । মানুহবোৰ সব সন্তুষ্ট । শেষত অলপ অলপ দৈ আৰু একোটা মিঠাই দিছে । মুখত লগা দৈ । এঠা । অলপ খালেই ওঠত লাগে । নদলাৰ বজাৰৰ বিখ্যাত দৈ । বলিবাৰীৰ বজাৰৰ কাষৈ মাছ—নাম আছে । কুন্তী দেবীয়ে কলে: বজাৰত আজি-কালি একাৰেই পাবলৈ নাইকীয়া হ'ল । কি খুৱাম আপোনালোকক ! কষ্ট দিবলৈহে মাতিছো ।

খাই-বৈ ছোৱালীজনীক আশীৰ্বাদ দি মানুহবোৰ ঘৰা-ঘৰি গুছি গ'ল । মই অলপ বহিলো । তেওঁৰ লগত কথা পাতিলো : মানুহ বহুত নিমন্ত্ৰণ কৰিছে নেকি ? নাই, নাই, একেবাৰে কম মানুহ নিমন্ত্ৰণ কৰিছো । মানুহক মাতি আনি সোধ পোছ কৰিব নোৱাৰিলে বৰ বেয়া কথা । তদুপৰি শক্তি ইচ্ছাই ভক্তি । জানেইতো মোৰ শক্তিৰ কথা । যোৱা তিনিমাহৰ দৰমহা পোৱাই নাই । দেউতাৰ পেঞ্চনৰ টকা অলপ জমাই ৰাখিছিলো, তাৰেই কোনোৰকম চলাইছো ।

এটা সময়ত মযো বিদায় লৈ আহলো । মনতে উপলব্ধি হ'ল— ভাল বিয়া এখন খালো । তাত সাজ আৰু আন্তৰিকতা দুয়োতাই গভীৰ । আধুনিকতাৰ ভেম নাই— অথচ মজ্জিত ৰুচি আছে কুন্তী দেবীৰ ।

০ ০ ০

কেইদিনমান পিছত । ভৰ দুপৰীয়া । খাবলৈ গা ধুই উঠি গোঁসাই সেৱা কৰিছো । শ্ৰীমতীয়ে ভাত সাজিছে । তেনেতে বাহিৰত গাড়ীৰ হৰ্ণ বজোৱা শুনিলো । ততাতৈয়াকৈ মুৰটো ফণিয়াই পদুলিলৈ ওলাই যাব খুজিছিলো— তেনেতে তেওঁলোক আহি হাজিৰেই হ'ল । কলে : আমি নবহো, এয়া চিঠি । ছোৱালীজনীৰ বিয়া পাতিছো, যাব । মোলৈ চিঠি এখন আগবঢ়াই দিলে আৰু কলে : চেকটেক্সৰ চুপাৰিনটেনডেণ্ট শইকীয়া আৰু ডি, টি,অ, বৰুৱাৰ ঘৰত সোমাব লাগিব । বহুত বাকী আছে । এটা এৰিয়াকে কোভাৰ কৰা হোৱা নাই এতিয়ালৈ । আজি তিনিদিন গাড়ীৰে ঘুৰিছো—তথাপিও চাৰি ভাগৰ এভাগো মতা হোৱা নাই । লোকেলখিনি মুখেৰে নামাতিলে বেয়া লাগে নহয় । চিঠিৰে নিমন্ত্ৰণ কৰা বোৱৰ কাৰণে তিনিজন মানুহে ঠিকনা লিখি, তিনিজনে

ষ্ট্যাম—এঠা লগাই বহিয়েই আছে। বিয়াৰ নিমন্ত্ৰণ সব চে ডাঙৰ কাম। কোনোবা বৈ গলে বৰ বেয়া কথা হব। কাকনো এৰিব পাৰো ? চৌধুৰীৰ ঘৰক কোনে নাজানে ? যাকেই এৰিম—সেয়েই খং কৰিব। ইত্যাদি। ইত্যাদি।

চিঠিখন আগবঢ়াই দি মি চৌধুৰীৰ পৰিবাৰে কেবল কৈয়েই থাকিল—কৈয়েই থাকিল। মই কেবল হয় দিয়ক, হয় হয়, এৰা, এৰা কৰি থাকিলোঁ। এসোপা গোন্ধ এৰি দি, চকুত কাপোৰৰ জুলক লগাই তেওঁলোক গ'ল। মিচেচ চৌধুৰীতকৈ লগত অহা জনীৰ সাজ-পাৰ দেখি'ল অনুমান হয়—তেওঁ যেন কাৰোবাৰ বিয়া খাব-লৈহে আহিছে, অথবা গধূলি লতাশিলৰ বিহুতলিলৈ ভুপেন হাজ-ৰিকাৰ গান শুনিবলৈহে আহিছে।

গন্ধ। মোৰ গোটেই কোঠাটো তগৰ, খৰিকাজাই, বেল, বকুল ফুলৰ গোন্ধৰ দৰে গোন্ধেৰে ভৰি পৰিল।

ভাতোকৈ ভৰি পৰিল মোৰ অন্তৰখন। কিহেৰে ? গৌৰব আৰু আনন্দেৰে। শ্ৰীমতীৰ আগত কলো. ধৰা, ইমান ডাঙৰ মানুহ। আমাৰ দৰে মানুহকো মাতিবলৈ আহিছে। যাব লাগিব দিয়াচোন।

আমাৰ মনত কোন ডাঙৰ মানুহ ? যাৰ ক্ষমতা আৰু টকা আছে সেইবোৰেই ডাঙৰ মানুহ। টকা থাকিলেই ক্ষমতা আহে আৰু ক্ষমতা থাকিলেই টকাও আহে। দুয়োটাৰে গভীৰ সম্পৰ্ক। ক্ষমতা মানে ইয়াত শাৰীৰিক বলৰ কথা কোৱা নাই। আমাৰ গাৱঁৰ পবিত্ৰ, বঙ্কিতৰাম, আৰু মোহন চন্দ্ৰৰো যথেষ্ট শাৰীৰিক শক্তি আছে। এক কুইণ্টল ওজনৰ ধানৰ ভাৰখন কান্ধত দাঙি লৈ দৌৰিব পাৰে, বতাহত উভালি পৰা প্ৰকাণ্ড পাকৰি জোপা ফালি চিৰাচিৰ কৰিব পাৰে, এক পাচি পুঠি মাছৰ কাৰণে প্ৰকাণ্ড খাল এটা সিচি শেষ কৰিব পাৰে—কিন্তু তেওঁলোকৰ টকাতো নাই। এমুঠি ভাত আৰু দুখন বস্ত্ৰৰ কাৰণে হাঁহাকাৰ কৰি মৰে। সেই কাৰণে এই ক্ষমতাৰ কথা ইয়াত কোৱা হোৱা নাই। ক্ষমতা মানে বিষয়ৰ ক্ষমতা, পদবীৰ ক্ষমতা। আমাৰ দেশত উচ্চ পদবীত বহি থকা লোকে টকাৰ কাৰণে চিন্তা কৰিব নালাগে। তেওঁ-লোকে অৰ্থাৎ দেশৰ সকলো কৰ্ম্মচাৰীয়ে যদি মাহিলী বানচখিনিৰ

ওপৰত নিভৰ কৰি চলে তেন্তে দেশত বস্তুৰ চ'ৰা দাম, ক'লা বজাৰ আদি কেতিয়াও তিষ্ঠি থাকিব নোৱাৰে। এইটো এটা অংকৰ দৰে কথা। নিজৰ দৰমহা খিনিৰে হিচাপ কৰি বজাৰ কৰিলে দোকানীয়ে দাম বঢ়াব নোৱাৰে। আঠশ টকা দৰমহা পোৱা মানুহে সাতশ টকা দামৰ চুট লগে, সদায় বৌমাছ, ঘিউ, মাখন খালে, ঘৈণীয়েকহঁতক পাঁচশ টকীয়া শাৰী পিন্ধালে— দৰমহাৰ টকাৰে এইবোৰ কৰিলে কোনে বিশ্বাস কৰিব? কাৰো পইচা নোহোৱা বুলি জানিলে দোকানীয়ে দাম বঢ়াব কাৰ ওপৰত? কিন্তু ক্ষমতাত থকা লোক সকলে ভেটি খায় বাবে দোকানীয়ে দাম বঢ়ায়।

এনেবোৰ লোকেই আমাৰ মনত ডাঙৰ মানুহ। চৌধুৰীহঁতো আমাৰ মনত ডাঙৰ মানুহ হাতী আছে মাটি আছে, গাড়ী আছে, অট্টালিকা আছে। দিল্লীৰ পৰা বোম্বাইলৈ প্ৰাতঃভ্ৰমণ কৰিবলৈ যায়। কলিকতাত কাপোৰ কিনে সপ্তাহত দুবাৰ। জাৰ্মেনী, লণ্ডন, নিউইয়ৰ্ক, মস্কো আদি ঠাইলৈ ফুৰিবলৈ যায়। উত্তমৰো উত্তম খায়।

শংকৰদেৱৰ জন্ম উৎসৱ, কৃষ্ণ মহাৰাজ, কোনোবা স্বামী-তামী আদি উপলক্ষে হোৱা ৰাজহুৱা সভা, নামঘৰ, সংঘ, পুথিভঁৰাল আদিৰ বাৰ্ষিক অধিবেশন, ৰঙালী বিহুৰ মুকলি সভা ইত্যাদি সকলোতে চৌধুৰীহঁতৰ আগস্থান—হয় মুখ্য অতিথি, নহয় সভাপতি। অথবা নিৰ্দিষ্ট বক্তা। এওঁলোকৰ ফটো আৰু কথা সঘনে খবৰৰ কাগজত ওলাই থাকে। এওঁলোকৰ ঘৰলৈ পুৱা আৰু গধুলি পকৰাৰ লানিৰ দৰে মানুহ যায়। ভদোৰাম, পদোৰাম, সেউতী, মালতী, অৰ্চনা, বন্দনা, চাওৰমল, শংকৰলাল, বেনাৰ্জী, পিয়ন, পিয়াদা, শিক্ষক, ঠিকাদাৰ, জামাদাৰ, ইঞ্জিনিয়াৰ, নিম্ন বগৰ সহায়ক, হিচাপ পৰীক্ষক, মদধৰা কৰ সধা, সাধু-সন্ন্যাসী, ফাকিদাৰ, দগাবাজ, মাজি, কৈৱৰ্ত, ফটো তোলা, কাপোৰ চিলোৱা, পালিচ কৰা, ৰংমৰা সববোৰ লোকে এওঁলোকৰ ঘৰত বাহৰ পাতে।

এনে বৰ লোকৰ ঘৰলৈ আমাৰ দৰে লোকক নিমন্ত্ৰণ কৰিবলৈ আহিছে। এনে নিমন্ত্ৰণ ৰক্ষা নকৰাটো হব চৰম ধৃষ্টতা।

গলো। দাড়ি-চুলি কাটি, আঠ মাহৰ মুখত পাদুকাত ৰং সানি, ঠেঙা কামিজ লো ভগত কৰি ঘঁহিয়াই, গালত এচপোজিন লগাই,

পকা মোহত কলপ ঘঁহি, ওঠতকৈ তিনি চেণ্টিমিটাৰ আগবঢ়া দপ্তত পিকৰ বোল সানি বিয়াত উপস্থিত হলো।

প্ৰথমতে মই বিয়াঘৰ বুলি ধৰিব পৰা নাছিলো। যেন ৰম্যপুৰী! ৰিকাৰাম সূৰ্য্য বিপ্ৰ বেজবৰুৱাই কৰা ৰংপুৰ নগৰৰ বৰ্ণনাৰ কথা মনত পৰিল ঃ

শ্বেত চন্দ্ৰতাপসব টানিয়া আছয়।
মুৰাৰি মুকুতা মণি তাতে বিৰাজয় ॥
সিংহাসন সব তাত দেখি ৰত্নময়।
দুগ্ধ-ফেন সম তুলি পাৰিয়া আছয় ॥
ৰত্নৰ ভাজন সব প্ৰকাশ কৰয়।
ফট ফট কৰি দিন ৰাত্ৰিয়ো জ্বলয় ॥
চৌপাশে সেৱিয়া থাকে অনেক সুন্দৰী।
শুক্ল চামৰেৰে বিঞ্চে লাস লাস কৰি ॥

আসন কাপেট প্ৰমিলা আৰু কণ্ম কৰ্ত্তা সকলৰ খুন্দিয়া খুন্দিত প্ৰাণ বায়ু বাজ হৈ যাব খোজে। যেন বিয়া নহয়—মেলাহে। যেন অসম সাহিত্য সভাৰ প্ৰদৰ্শনী চাবলৈ অহা আৰু সন্ধিয়া সাংস্কৃতিক অনুষ্ঠান চাবলৈ অহা দৰ্শকৰ মেলাহে।

তোৰণৰ তল পাওঁতেই ভাব হৈছিল—এনে এখন সম্ৰান্ত বিয়াত আজি আমাৰ আলাই-আথানি নহলেহে হৈছে। আমাৰ দৰে লোকে ভৰিৰ পাদুকা খুলি ৰাখিবইবা কত। এনেহেন তুলি দলিচাত বহিমেইবা কোন সতে। কিন্তু আমাৰ এই চিন্তা আছিল অতি অমূলক। ভিতৰত প্ৰবেশ কৰি জানিব পাৰিলো—ইয়াত কোনেও কাৰো খবৰ নকৰে। ইয়াত লাজ—কাজ কৰাৰ কোনো সকাম নাই। বহাগৰ ষোল্লদিনীয়া ভঠেলি চাবলৈ আহি কোনোবাই লাজ কৰেনে?

বহি থাকিলো। বহিয়েই থাকিলো। নাটক চাই বহি থাকিলো। নাটকেই। বঢ়িয়া নাটক। এজন শকত-আৱত সোণৰ বুটাম লগোৱা পাঞ্জাৱী পিন্ধা লোকে মাইক্ৰ'ফোন এটা মুখত লৈ কবলৈ ধৰিলে ঃ ৰাইজ সকল, আজিৰ বিয়াঘৰত জাপামানু হোৱা কাৰণত খানা-খিনাত কিছু বেমেজালি হবাৰ পাৰে। হেই কাৰণত হামি এবিয়ামা-ফিক মানু মাঙিম। হেইমতে আপ্‌নালোগ আহি যাব। ধন্যবাদ। আৰু এটি ঘোষণা—যি সকল লকে প্ৰেজনটেচন আনিছে, কইনাক

দেখাকিইকিনি পুৱ চাইদৰ কমত ৰাখি দিব। জয়হিন্দ।

উঠি গলো। তিনিটা সংখ্যাৰ দৰমহা পোৱা কৰ্মচাৰী এজনৰ উপহাৰটো কেনে হব পাৰে অনুমান কৰিব পাৰিছেই। লাজটো ঢাকিবৰ উত্তম উপায় ভিৰৰ মাজতহে। গৈ দেখিলো— ভিৰ আছে ঠিকেই; কিন্তু উপহাৰ গ্ৰহণ কৰা আয়তীসকল বেছ তৎপৰ। :আহক আহক্ বুলি উপহাৰটো হাতত 'ল কমলৈ আঙুৰাই দিলে। কম নহয়, "হল" বুলিহে কব লাগে। হল ভৰ্ত্তি। ৰেডিঅ', টি, কফি লেমন মণিং চেটেৰে হল ভৰ্ত্তি। চেটেই চেট। ভৰি দিবলৈ জেগা নাই। ঘড়ী, সোণৰ আঙঠি, সোণৰ চেইন, কাপোৰ আদিতো লেখেই দিব নোৱাৰি। ভিঙি মেলি চাই দেখিলো—উপহাৰবোৰ যেন বৃহৎ কোম্পানী এটাৰ গুদাম ঘৰহে।

ইয়াৰ পিছত খোৱাৰ পাল। অঞ্চলৰ নাম ধৰি ধৰি মানুহবোৰক মাতিছে। কিন্তু মানুহ অধৈয্য হৈ গৈছে। বিয়া এখন খাবলৈ আহি তিনি চাৰি ঘণ্টা বহি থকা জুৱা-পাশা খেলা মানুহৰ বাবে অভ্যাসৰ কথা হব পাৰে; কিন্তু সৰ্ব্বসাধাৰণ মানুহৰ কাৰণে অসম্ভৱ।

ইতিমধ্যে বহুত মানুহ শুচি গ'ল। বহুতে জোৰ কৰি খাবলৈ সোমাই গ'ল। খোৱা হলত দিয়া হেঙাৰ ভাঙি দিলে। ব্ৰহ্মপুত্ৰৰ পাৰৰ পূজা মণ্ডপৰ যাত্ৰীৰ দৰে মানুহৰ খোৱা লৈ হেতাওপৰা লাগিল।

আমিয়ো কিছু সময় ধৈৰ্য্য ধৰিয়েই থাকলো। লগত বহা সহযাত্ৰীৰ লগত গাজা-খুৰি মেল কৰিলো। তেওঁলোকৰ পৰা জানিলো—কইনাৰ গহনাৰ খৰচ সত্তৰ হাজাৰ। দৰা পাৰ্টিক প্লেনেৰে আনিব। ডেকাৰেচনত খৰছ হৈছে প্ৰায় একলাখ ইত্যাদি ইত্যাদি।

ভয়তে পেটত হাত-ভৰি লুকায়।

লাহে লাহে আমিয়ো অধৈয্য হ'লো। অঞ্চল ধৰি মাতোতে মাতোতে ইতিমধ্যে বিশৃঙ্খলতাই বিয়া ঘৰ ছানি পেলাইছে। হঠাতে লাইট নুমাই গ'ল। একেবাৰে ঘোৰ অন্ধকাৰ, কাকো কতো চিনি নোপোৱা অৱস্থা। হাহাকাৰ। কোনে কাক ক'ত নিজে পাত্তা নাই।

লাইট আহিল ।

আকৌ সেই হাঁহাকাৰেই । বহুত মানুহ নোখোৱাকৈ উঠি গ'ল । আমাৰো ধৈৰ্য্যৰ সীমা চেৰাই গ'ল । অৱশ্যে সীমা চেৰাই যাবলগীয়া নহ'ল । আমাৰ অঞ্চলটোক যেতিয়া মাতিবৰ আশা হৈছিল তেতিয়াই খাদ্যৰ নাটনি হৈ গ'ল । সেই বজ্ৰসম বীৰে ঘোষণা কৰিলে—বাইজ আপোনালোক কোনো উঠি নাযাব । আকৌ নতুনকৈ ৰন্ধা আৰম্ভ হৈছে আৰু দুই এক ঘণ্টা পিছতে আমি আপোনালোকৰ খোৱাৰ যোগান ধৰিব প'ৰিম ।

যোগান ধৰিব লগা নহ'ল । মানুহবোৰ গুচি গ'ল । অৱশ্যে গুচি যোৱাৰ পিছতো কমকত্তা, এলেকাৰ পেলেক, চেলেপু ডেকা-গাভৰু আদিৰে বিয়া ঘৰ ভৰি থাকিল ।

বাটত দুই চাৰি খোৱাক লগ পাই সুধিলো—হৰি খোৱানো কেনে হৈছে হে ? তেওঁলোকে কলে : হেৰি আপোনালোক খাব নোপোৱা নেকি ? নোখোৱাই ভাল । বন্ধা কৰি আৰু বাকলি নগুচোৱা মলিয়ন আলুৰ হাফ বইল । দুখন মেকুৰীৰ কাণৰ সমান ডাঙৰ লুচি আৰু দুটামান টেপটেপীয়া বুন্দিয়া । ডাঙৰ মানুহৰ বিয়াতো !

মোৰ কুন্তীদেবীৰ বিয়াখনৰ কথা বাৰে বাৰে মনত পৰিছিল ।

—০—

# চকু মেল খালে

এখন কৃষক সভাৰ সভাপতি হৈ হেজাৰবৰুৱা গাৱঁলৈ গৈছিলোঁ। বহুত ঠাইত সভাপতি হৈছোঁ, বক্তৃতা দিছোঁ, চৰকাৰৰ গুণানুকীৰ্তন কৰি বৰ্ বমানুহ বোলাইছোঁগে— কিন্তু হেজাৰবৰুৱা গাৱঁৰ স্মৃতিয়ে মোক যেনেভাৱে আপ্লুত কৰিছে — আন কোনো ঠাইৰ স্মৃতিয়ে তেনে কৰিব পৰা নাই। কৃষক সভাৰ নামত শ শ টকা খোৱা গাৱঁলৈও গৈছোঁ, কৃষিৰ নামত এটা টকাও সাহায্য নোপোৱা গাৱঁ-লৈও গৈছোঁ, কিন্তু হেজাৰ বৰুৱা গাঁৱৰ উদাহৰণ মই ক'তো দেখা পোৱা নাই।

গাওঁখনৰ শোভা অনুপম। এক নিস্তব্ধ মধুৰ প্ৰকৃতিয়ে তাত বিৰাজ কৰে। গাঁৱৰ খেতি পথাৰক ছুই পুব প্ৰান্তৰেৰে কুল্ কুল্ সুৰে বৈ গৈছে এটি নিজৰা। অবিৰাম। ফটিকৰ দৰে নিৰ্মল পানী। নিজৰাৰ কাষে কাষে সুবিশাল খেতি পথাৰ। সেউজীয়া শালি ধানৰ পথাৰ। নিজৰাই যেন লখিমীৰ চৰণ স্পৰ্শ কৰিছে। গাওঁখনৰ চাৰিসীমাত চাৰিটা ওখ ওখ আলি। তাত দুবৰি গজিছে। যেন আলি কেইটাক সেউজীয়া কাপোৰহে পিন্ধাইছে।

গাওঁখনত প্ৰবেশ কৰাৰ লগে লগে ভাব হয়, যেন এখন নতুন প্ৰকৃতিৰ ৰাজ্যত মই প্ৰবেশ কৰিছোঁ। পদূলিয়ে পদূলিয়ে নানা তৰহৰ ফুল। শেৱালি বকুল, পাতবাহাৰ। তগৰ, মালতী, নাগেশ্বৰ। ম নো ৰ ম। মধুৰ। পৰিষ্কাৰ-পৰিচ্ছন্ন আলিবাট— ক'তো অলপো জাবৰ নাই। গাঁৱৰ জীয়ৰী-বোৱাৰীহঁতে পদূলিবোৰ সদায় পুৱা-গধূলি সাৰে। লখিমী হাতৰ পৰশ পৰে। পদূলি জাতিষ্কাৰ হয়।

যিখনত সভামণ্ডপ সজাইছিল, সেইখন ঠাইৰ প্ৰকৃতি যেন আৰু এখোপ চৰা। দুই কাষে দুটা পুখুৰী। মাজেৰে এটা

আলিবাট। এটা পুখুৰীৰ পাৰে পাৰে নাগেশ্বৰ আৰু আনটোৰ পাৰে পাৰে বকুলৰ গছ শাৰী শাৰী। গাৱঁৰ মানুহে এটা পুখুৰীৰ মাছ খায়; আনটোৰ খায় পানী। নীলা পৰিষ্কাৰ পানী। পইচা এটা পেলাই দিলে তলিলৈকে দেখা যায়। দুটা পুখুৰীৰ দুই পাৰে লগা-লগিকৈ দুটা নামঘৰ। এটা মণিকুট, আনটো গোপাল গোঁসাইঘৰ। গোঁসাইঘৰৰ বাৰান্দা দুই যোৰাকৈ ক্ৰমে পশ্চিমলৈ বিস্তৃত এখন পথাৰ। পথাৰখন নিমজ। মাজে মাজে ওখ বট গছ। তাৰ তলত মানুহ বহিব পৰাকৈ প্ৰকৃতিয়ে যেন দলিছা পাৰি থৈছে। পথাৰখনৰ পশ্চিমফালে দুটা অনুষ্ঠান। এটা পুথিভঁৰাল, আনটো সংঘ"। 'হেজাৰবনুৱা কৃষক পুথিভঁৰাল।" "হেজাৰবনৱা কৃষক সংঘ। সংঘ আৰু পুথিভঁৰালৰ সন্মুখত দুখন সৰু সৰু বাগিচা পাতিছে। তাত বহুত ফুলৰ গছ। গেন্ধেলি মালতী, কামিনী কাঞ্চন আদি। ৰঙা, হালধীয়া ফুলবোৰ সুগন্ধি। চমৎকাৰ। চালে চকু চাট মাৰি ধৰে।

পথাৰখনৰ সোঁমাজতে ৰভাখন সজাইছে। ৰভাখনতো কৃত্ৰিমতা নাই। তাতো প্ৰকৃতিৰ পয়োভৰ। কলপাত নাগেশ্বৰ বকুল, খেজুৰ আদিৰ ডালবোৰ ৰভাৰ খুঁটাবোৰত বান্ধি দিছে। সেইবোৰৰ লগতে বান্ধি দিছে পাত বাহাৰৰ ঠাৰি। তাৰে মাজে মাজে ফুল দিছে। ৰভাৰ খুঁটাবোৰত যেন প্ৰকৃতিক বান্ধিহে ৰাখিছে।

মানুহবোৰে মোক আগবঢ়াই নিছিল। মোৰ গলত ফুলৰ মালা দিছিল। যেতিয়া ৰভাতলীত থিয় হৈছিলোঁ—মোৰ ভাব হৈছিল যেন এইখন দেৱৰাজ ইন্দ্ৰৰ ৰাজসভাহে। ল'ৰা-বুঢ়া, ডেকা ডেকেৰী সকলোৱে সভাত যোগ দিছিল। সকলোৰে চকুমুখত প্ৰকাশ পাইছিল অফুৰন্ত আনন্দ। যেন তেওঁলোকে মেলা চাবলৈহে আহিছে। হেজাৰবনুৱা গাৱঁৰ মাঘমহীয়া মেলা।

কৃষকৰ সভাত সভাপতি হৈ গৈছোঁ মই। কৃষিৰ বিষয়ে বক্তৃতা দিম। কিন্তু কৃষিৰ কথা মই জানোৱেইবা কি! কৃষিত মোৰ সীমিত জ্ঞান। কাগজ কলমৰ জ্ঞান। পথাৰত নামিছোৱেইবা কোন দিনা! তথাপিতো মই সভাপতি। বক্তৃতা দিব লাগিব। মানুহক কৃষিৰ জ্ঞান দি চমকাৰৰ অস্তিত্ব বজাই ৰাখিব লাগিব।

মই বক্তৃতা দিলোঁ—দেশত খাদ্য সমস্যাই দেখা দিছে, জন-সংখ্যা বৃদ্ধি পাইছে। আমি সকলোৱে মিলি খেতি কৰিব লাগে।

খেতি এবিধ ভাল বস্তু। ইয়াক সকলোৱে কৰিব লাগে। খেতি নহ'লে আমি কি খাই জীয়াই থাকিম ? আজি ইংলণ্ড, আমেৰিকা আদি দেশত মানুহে খেতি কৰি জীৱিকা উলিয়াব ধৰিছে। আমি ভাৰতবৰ্ষৰ মানুহে প্ৰত্যেকে খেতি পথাৰত যদি মন দিওঁহক তেনে-হলে আমাৰ খেতি নদন বদন হৈ উঠিব। মোৰ বক্তৃতা শুনি বহুতে বাহ্ বা দিলে।

কিন্তু মোক আচৰিত কৰি দি এজন খেতিয়ক বুঢ়া মানুহ মিটিঙত থিয় হ'ল। মানুহজনে দুই আষাৰ কথা কবলৈ মোৰপৰা অনুমতি বিচাৰিলে। তেওঁক অনুমতি দিয়া হ'ল। মানুহজনে কবলৈ আৰম্ভ কৰিলে—'বোপাই। তুমি খেতিৰ বিষয়ে যিখিনি বক্তৃতা কৰিলা সেইখিনিৰ দ্বাৰা বুজা যায় খেতিত তোমাৰ কিমান জ্ঞান। এইখিনি জ্ঞানৰ দ্বাৰা তুমি বক্তৃতা কৰি দেখুৱাব পাৰিবা, কিন্তু খেতি কৰি হলে দেখুৱাব নোৱাৰিবা।'' মানুহজনক কেইজনমানমান ডেকা লৰাই ধৰি জোৰকৈ বহুৱাই দিলে, তেওঁক ককথনা কৰিলে অৰু মোক আহি ক্ষমা খুজিলে—''বুঢ়া মানুহ, অশিক্ষিত মানুহ, একো নাজানে, আপুনি যেন একো বেয়া নাপায়।'' মই হাঁহি হাঁহি একো বেয়া পোৱা নাই বুলি কলোঁ। আৰু কলোঁ।—''তেখেতে অলপো মিছা কোৱা নাই। তেখেত অভিজ্ঞ লোক। খেতি পথাৰতে হয়তো জীৱনৰ পঞ্চাশটা বসন্ত কটাই দিছে। তেখেত কামৰ মানুহ। আমি মুখৰ মানুহ। কাগজ কলমৰ মানুহ। আমাৰ কাৰিকৰী জ্ঞান নাই। বুঢ়া আপৰ দৰেই বৰ্ত্তমান অভিজ্ঞ মানুহ আমাক লাগে। মুখেৰে কোৱাতকৈ কাম কৰি দেখুৱাই দিয়া মানুহৰে বৰ্ত্তমান প্ৰয়োজন।'' কথাত মানুহবোৰে হাতচাপৰি বজালে। আৰু আচৰিত কথা বুঢ়াজনে উঠি আহি মোক চুমা এটা খালে।

উপস্থিত সমজুৱাৰ ফালৰ পৰাও দুই চাৰিজনে বক্তৃতা দিলে। আটাইকেজনৰে খেতি-বাতিৰ ওপৰত অসীম জ্ঞান। ভাৰতৰ কৃষি ব্যৱস্থাৰ লগত জাপান আৰু ৰাছিয়াৰ কৃষি ব্যৱস্থাৰ তুলনা কৰি দেখুৱালে। হেওঁ'লাকে ভাৰত চৰকাৰে যে কৃষিৰ ওপৰত বিশেষ কোনো ব্যৱস্থা লোৱা নাই তাৰ বাবে আক্ষেপ কৰা নাই, কৰিছে চৰকাৰক উপলুঙা। এইখন দেশত পৰিকল্পনা কৰোঁতেই সময়

অতিক্ৰম হয়, কাৰ্য্যকৰী নহয়। এইখন চৰকাৰে বানপানী নিয়ন্ত্ৰণ কৰিব নাজানে। পাথাৰত পানীৰ অভাব হ'লে নাজানে পানীৰ যোগান ধৰিবলৈ। মাথোঁ এনেকুৱা অৱস্থা এটা আছে পৰিলে জনসাধাৰণক জুলুম কৰে—'সাহায্য কৰা, সাহায্য কৰা, মুক্ত কণ্ঠে সাহায্য কৰা বানপানী প্ৰপীড়িত ৰাইজক।"

সভাপতিৰ আসনত বহি তেওঁলোকৰ ওজস্বী বক্তৃতা শুনি মোৰ মুখ ম্লান হৈ গৈছিল। আনন্দত দুৰু দুৰু কঁপিছিল মোৰ হৃদয়।

বক্তৃতাৰ পিছতে ভাওনা চলিছিল। হেজাৰবনুৱা গাৱঁৰ গাভৰুহঁতে যে এনে ভাওনা কৰি মোক দেখুৱাব মই কল্পনা কৰিব পৰা নাছিলোঁ। বিদেশৰ পৰা শিল্পী আনি আয়োজন কৰা চৰকাৰী ভাওনা বহুত চাইছোঁ, কিন্তু এনে নিখুঁত ভাওনা মই ক'তো দেখা নাছিলোঁ। এই ভাওনাত কৃত্ৰিমতাৰ আয়োজন নাই। চহৰৰ অভি-নেত্ৰীৰ বয়সৰ আচোঁৰে সোঁতোৰা কৰা গালক ঢাকি ৰখা ৰঙীন পোহৰৰ ব্যৱস্থা ইয়াত নাই। কিন্তু সিহঁতৰ তেজাল, নম্ৰ, শুভ্ৰ শখবোৰ দেখিলে এনে অনুভৱ হয় যেন কোনোবা দেৱপুৰীৰ পৰা মি আহি নৃত্য কৰিছে কোনো অপেশ্বৰীৰ দলে। সিহঁতে ৰাধা-কৃষ্ণৰ ভাওনা কৰিছিল। নিখুঁত ভাওনা। ৰাধাৰ আব্দাৰ, কৃষ্ণৰ চতুৰালি নিখুঁতভাৱে ভাওনা কৰি দেখুৱাইছে। ভাওনাই দৰ্শকক মোহিত কৰিছে। তেওঁলোকে শান্তমনে নিৰিবিলিচিত্তে কেৱল ভাওনাকেই চাইছে। তেওঁলোকৰ অন্তৰত পৰম ভক্তি, বাহিৰত তাৰ মধুৰ প্ৰকাশ।

ভাওনাৰ শেষত মোলৈ অনুৰোধ আহিল—অসমীয়া ভাওনাৰ ওপৰত মই এটা বক্তৃতা দিব লাগে। সাহিত্যৰ জ্ঞানত মই অবজ্ঞাৰ পাত্ৰ। মই বিজ্ঞানৰ ছাত্ৰ আছিলোঁ। সাহিত্য অধ্যয়ন কৰাৰ অৱ-সৰকে নাপালোঁ। আজি ভাওনা সাহিত্যৰ ওপৰত মই কি বক্তৃতা কৰিম! তথাপি অনুৰোধক উপেক্ষা নকৰি কেইষাৰমান কলোঁ। মোৰ পিছতে থিয় হ'ল এজনী ছাত্ৰী। শঙ্কৰদেৱৰ অঙ্কীয়া ভাওনাৰ ওপৰত তেওঁ যি বক্তৃতা দিলে মই স্তম্ভিত হলোঁ। শঙ্কৰী সাহিত্যৰ ওপ-ৰত গভীৰ জ্ঞান। ছাত্ৰী গৰাকী দশমমানত পঢ়ে।

ৰাতি মোৰ থকা-খোৱাৰ প্ৰতি গাৱঁৰ আটাইবোৰ মানুহে

যথেষ্ট যত্ন ললে। তেওঁলোকৰ শুশ্ৰূষাত অকণমানো ত্ৰুটি নাই।

ৰাতিপুৱা মই আহিবলৈ ওলালোঁ। চৰকাৰী চাকৰিয়াল। চাকৰিটোৰ প্ৰতি মমতা নাই বুলি ক'লে ডাঙৰ দোষ ধৰা হ'ব। আমাৰ পিছে পিছে চি, আই, ডি ঘূৰে। তেওঁলোক যমদূত সদৃশ। কিবা প্ৰকাৰে যদি গোপনে মিটিং কৰিবলৈ আহি বিলাস ভ্ৰমণ কৰিছোঁ বুলি, তেন্তে আৰু হ'ল।

আহিবলৈ যো-জা কৰাৰ লগে লগে ডেকা ল'ৰা কেইজনমানে আহি অনুৰোধ কৰিলে যে তেওঁলোকৰ দুই-এঘৰমানত মই গৈ এবাৰ দেখা দিব লাগে। আগ্ৰহভৰা নিমন্ত্ৰণ। এই নিমন্ত্ৰণত দুষ্ট বুদ্ধিৰ আবেগ নাই— আছে বাধিত মিনতি। মই গলোঁ।

প্ৰথমতে গলোঁ অহীন্দ্ৰ নামৰ ডেকা এজনৰ ঘৰলৈ। তেওঁ নিজ হাতে তৈয়াৰ কৰা বাঁহ-বেতৰ চকীত মোক বহিবলৈ দিলে। ভনীয়েকজনীয়ে লচ-পচকৈ আনি চাহ দিলে। চাহৰ লগত দিছে ভঁাপত দিয়া পিঠা। কলীয়া জহা চাউলৰ পিঠা। গোন্ধে আমোল-মোল। ছোৱালীজনীয়ে কলে— "আমি চাৰ গাৱঁলীয়া মানুহ। ৰসগোল্লা সন্দেশেৰে চাহ দিব নোৱাৰোঁ। খ'ক চাৰ, একো বেয়া নাপায় যেন।" এই পিঠা কোনে বনাইছে বুলি সুধিলোঁ। তাই কলে— 'মই চাৰ, চেনি নাইতো, সেয়ে ভাল নহ'ল হবলা।" মই হাঁহিলোঁ। লগে লগে ল'ৰাকেইজনে সুধিলে-- 'চাৰ, চেনি বোলা বস্তুটো পাবলৈ কিয় নাইকিয়া হল বাৰু? দেৰগাৱঁৰ চেনি কলটো কি হ'ল বাৰু?'' এই প্ৰশ্নৰ প্ৰকৃত উত্তৰ মই তেওঁলোকক দিব নোৱাৰিলোঁ। কাৰণ চেনি পাবলৈ নাইকিয়া হোৱা কথাটো মই অনুভৱ কৰিব পৰা নাই। যাৰ অভাৱ নাই সি আবিষ্কাৰ কৰিব নোৱাৰে। তথাপি দেৰগাৱঁৰ চেনি কলৰ অচল অৱস্থাৰ কাৰণটো তেওঁলোকক ক'হিয়াই দিলোঁ।

চাহখিনি খোৱাৰ পিছত অহীন্দ্ৰই মোক কলে—'চাৰ, আমি শাক-পাচলিৰ খেতি কৰিছোঁ, চ ক আহিচোন অলপ'। তেওঁক অনুসৰণ কৰিলোঁ। অহীন্দ্ৰই তেওঁ নিজহাতে কৰা খেতি মোক দেখুৱালে। অপূৰ্ব। প্ৰায় তিনিবিঘা মাটিত কবি, বেঙেনা, আলু আদি নানা তৰহৰ খেতি কৰিছে। দেখিলে চকু ৰৈ যায়। অহীন্দ্ৰই কি পদ্ধতিত খেতি কৰিছে মোক জনালে। তেওঁলোকৰ সাৰ দিয়া,

পানী দিয়া প্ৰথা অতি উত্তম ধৰণৰ। গোবৰ আৰু জাবৰৰ সাৰ। নৈৰ পানী। অতি উৎকৃষ্ট। শস্য নদন বদন।

অহীন্দ্ৰৰ শাক-পাচলিৰ খেতি দেখি মই ভঁয় পৰি গলোঁ। মই চৰকাৰৰ কৃষি বিষয়া। কৃষিৰ নামত শ শ টকা খৰচ কৰি আমি যিখন চৰকাৰী ফৰ্ম খুলিছোঁ তাৰ শাক পাচলিবোৰ দেখিলে অহীন্দ্ৰহঁতে মোক ঠাট্টা নকৰিবনে? মই লাজ পালোঁ। তেওঁলোকক প্ৰশংসা কৰিবলৈকো মই পাহৰি গলোঁ।

অহীন্দ্ৰই কেইটামান কবি আনি মোৰ জীপত তুলি দিলে— "চাৰ, এই কবি কেইটা গ্ৰহণ কৰিলে আমি পৰম কৃতাৰ্থ হম।" মোৰ গ্ৰহণ কৰাৰ আনন্দ আৰু কৃতজ্ঞতা তেওঁলোকক জনালোঁ। মোৰ ইচ্ছা হৈছে— এই কবি কেইটা যেন চিৰদিন মিউজিয়ামত ৰাখি থৈ দিম। কত ৰকমৰ বৈজ্ঞানিক সাৰ প্ৰয়োগ কৰি বৈজ্ঞানিক ধৰণে ফামত শাক-পাচলি কৰাৰ ব্যৱস্থা কৰিছোঁ; কিন্তু এনে এটা কবিতো মই কেতিয়াও দিন কৰিব পৰা নাই। আজি এই কবি কেইটা নি মোৰ ফামত কাম কৰা বিষয়াবোৰক দেখুৱাম— তেওঁলোকৰ কিজানি দুষ্ট বুদ্ধিখিনি আঁতৰি যায়েই।

বাকী আৰু কেবাজনো ডেকাই তেওঁলোকৰ খেতি চাবলৈ মোক অনুৰোধ কৰিলে। মই তেওঁলোকৰ ওচৰত মিনতি জনালোঁ আজি আৰু তেনেকৈ সময় নহব বুলি। আচলতে মোৰ ব্যক্তিত্বতো আঘাত পৰিছিল। মই অনুভৱ কৰিছোঁ, যেন এওঁলোকে আজি ডাক্তৰক বেজী দিয়াৰ কথাহে শিকাইছে। যেন মাকক নিজৰ কেঁচুৱাক কেনেকৈ মৰম কৰিব লাগে তাকেহে শিকাইছে।

অহীন্দ্ৰহঁতৰ পৰা বিদায় লৈ মই গুচি আহিলোঁ। আজি নতুনকৈ উপলব্ধি কৰিলোঁ যে কাগজ কলমৰ বিদ্যাই আমাক প্ৰেৰণা নিদিয়ে। প্ৰেৰণা দিয়ে অভিজ্ঞতাইহে। এয়া কৰ্মৰ অভিজ্ঞতা।

হেজাৰবৰুৱা গাৱঁৰ স্মৃতি চিৰদিন মোৰ মনত সেউজীয়া হৈ ৰব। ইয়াৰ পিছৰবাৰ মই সেইখন গাৱঁলৈ সভাপতি হৈ নাযাওঁ— যাম এজন কৃষক হৈ। কিয়নো কৃষকেহে বুজে কৃষি কেনেকৈ কৰে।

—০—

# অকৃতজ্ঞ

ৰাতি পুৱাই লৰা ধপৰা কৰি অফিচলৈ যাবলৈ ওলাইছো। তেনে স্থলত তেওঁ আহি হাজিৰ। লগতে আদ বয়সীয়া মানুহ এজনো আছে। মোক চাৰ বুলি মাতিলে, অহাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে,—মই হব বাৰু, চেষ্টা কৰি চাম বুলি কৈ তাৰা তাৰিকৈ বিদায় দিলো।

অশেষ চেষ্টা কৰি তেওঁৰ কামটো কৰি দি গৌৰৱতে ওফন্দি থাকিলো। অৱশ্যে আনন্দৰ গৌৰব। নিজৰ অনিষ্ট নোহোৱাকৈ আনৰ উপকাৰ কৰিব পাৰিলে মনত আনন্দ লাগে। মোৰো তে ন আনন্দই লাগিছিল। তেওঁ মোক 'চাৰ' বুলিছিল, কাকুতি মিনতি কৰিছিল, গোটেই জীৱন মোৰ ওচৰত ধৰুৱা হৈ থাকিব বুলি প্ৰতিজ্ঞা কৰিছিল। অমায়িকতাৰ চূড়ান্ত নিদৰ্শন হিচাবে মই চকীত বহিলে তেওঁ মূঢ়াত বহিছিল, মই মূঢ়াত বহিলে তেওঁ মাটিত বহিছিল, মই মাটিত বহিলে তেওঁ যেন গাত খান্দিয়েই বহিব এনে দেখুৱাইছিল! ময়ো গৰম পানীত ভিজা নিমখৰ দৰে মৰমতে পমি গৈছিলো।

মানুহে কাৰ্য্য সিদ্ধিৰ বাবে অৰ্থাৎ নিজ স্বাৰ্থ পূৰণৰ বাবে ধূৰ্ত্ত শিয়ালৰ দৰে চৰ কৰিব পাৰে। তাৰ পাছত "কাৰ্য্য সিদ্ধি হ'লে পাছে, মাতিলেও নাহে কাছে" কৰে।

কামটো হৈ যোৱাৰ পাছত কেবাদিনো তেওঁলৈ অপেক্ষা কৰিলো। আহিব, মোক সন্মান জনাই কৃতজ্ঞতা জনাব ইত্যাদি আশা।

ৰমনী, কমলেশ্বৰ, গোবিন্দ হ'তে বোলে উপকাৰ এটা কৰি দিব বুলি কথা দিলেই চাপামী হয়। দেৱী, আবেদ, খগেন হ'তে বোলে হাতে হাতে নগদ দিলহে খাটে।

কামটো হৈ যোৱাৰ আগতে কিন্তু তেওঁকে ধৰি ককায়েক,

বায়েকহঁতে মোৰ চোতালৰ দুবৰিবন নোহোৱা কৰিছিল। কেতিয়াবা ভাতৰ গৰাহ মুখত দিওঁ দিওঁ—ঠিক তেনেতে হাজিৰ। কেতিয়াবা ভাত পানী খাই বিছনাত পৰিছো' মাত্ৰ। তেনেতে তেওঁলোক হাজিৰ। কৰমেজিতি, মুখলজ্জা আদি এবাৰ নোৱাৰা বাবে— কথা চাও তালোৰৰ শ্ৰাদ্ধ। এইবোৰ অসমীয়া মানুহৰ চৰিত্ৰৰ আন এটা দিশ। এনেদৰে অপেক্ষা কৰাৰ পাছতো তেওঁ যি নাহিল, নাহিলেই। এদিন দাস আৰু কলিতাৰ লগত বহি জিৰণিৰ সময়ত নানা তৰহৰ কথা পাতিছিলো। কথা পাতোতে নানা ধৰণৰ কথাই ওলায়। প্ৰসঙ্গক্ৰমে কথাবোৰ দীঘল হৈ যায়। এনেদৰে কথা পাতি থাকোতেই শ্ৰীদাসে ক'লে: ল'ৰা এজনৰ ইমান ডাঙৰ কাম এটা কৰি দিলো, খবৰ লবলৈকো নাহিল। কলিতাই ক'লে মহোৱে ভাই, 'অমুক' ল'ৰাটোৰ কাৰণে বৰকৈ খাটি খুটি কামটো কৰাই দিলো—সি এষাৰ কৃতজ্ঞতাকে জনাবলৈ নাহিল। দাসৰ চকু দুটা ডাঙৰ হৈ গ'ল। কি ক'লে? মহোঁতো তাৰ কথাই কৈছো। তাৰমানে সি আপোনাকো কৈছে? মো'কো সেই কেইদিন বৰ জুলুম বৰি মাৰিছিলহে ভাই। খোৱা লোৱাৰ সময়তো আহি হাজিৰ। এতিয়া সেই কামটো হ'ল, খবৰ আৰু নাই। কলিতায়ো নানা গালি পাৰিলে। এই চালা অকৃতজ্ঞৰ জাত। অসমীয়া মানুহ এনেকুৱাই। যি পাততে খাই তাতে শৌচ কৰে, আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰা ভংগ কৰে, সৰ্ব্বভাৰতীয় দৃষ্টিত কথা কয়—অথচ নিজৰ ছোৱালীক নহলেবা বিদেশীয়েই নিয়ক। ইত্যাদি ইত্যাদি।

মই কিন্তু বুৰ্ব্বক নিবোকা হৈ মনে মনে বহি থাকিলো। মই হতভম্ব হ'লো। আচৰিতবো আচৰিত হ'লো। অন্তৰাত্মা কঁপি উঠিল। মোৰ বাৰে বাৰে মনত পৰিল: চাৰ, মই কিন্তু আন কাকোৱেই নকওঁ, আপোনাৰ দৰে মানুহক ক'লে আনক আৰু কব লাগেন? আপোনাৰ ওচৰতে মই আশা কৰি বৈ আছো। এতিয়া দেখিলো সি কিমান চতুৰ। দাস, কলিতা কাকো বাদ দিয়া নাই। দাস আৰু কলিতাৰ ওচৰত মোৰ মনৰ কথা ব্যক্ত নকৰিলো। আচলতে মহোঁ সেই একেজন ল'ৰাৰ কথাই চিন্তা কৰি আছিলো। এবা, অসমীয়া ল'ৰা এনে চালাক চতুৰ হ'লে বেয়াও নালাগে।

কিন্তু চতুৰালি কৰা আৰু কৃতজ্ঞতা জনোৱা- দুটা সম্পূৰ্ণ বেলেগ বস্তু। বৰং চতুৰ মানুহে দুয়োটাৰ সম্পৰ্ক ৰাখি চলে। শিয়ালতকৈ মেকুৰীও কম ধূৰ্ত নহয়। কিন্তু মেকুৰীয়ে নেজ জোকাৰি আপোনাৰ কোলাতো উঠিব আৰু যত্ন সহকাৰে চাকি খোৱা ভজা মাছটোও মনে মনে খাব। শিয়ালে খায়েই পলাব— ঘূৰি নাহে।

বাকী খোৱা মানুহ, টকা ধাৰলৈ নিয়া মানুহ, কাকুতি-মিনতি কৰি সুবিধা আদায় কৰি নিয়া মানুহ সততে পুনৰাই কাষ নাচাপে। হঠাত লগ পালেও তেওঁলোক খুব ব্যস্ত হৈ পৰা দেখুৱাই। এইটো আজিকালি স্বাভাৱিক কথা যেনেই হৈছে .

অৱশেষত তেওঁ আ'হিল। মই তন্ময় কৰি কামত ব্যস্ত হৈ আছিলো। চিগাৰেটৰ গোন্ধ পাই মূৰ তুলি চায়েই তেওঁক দেখা পালো। প্ৰথমতে চিনিবই পৰা নাছিলো তেওঁ বুলি। চেহেৰা সম্পূৰ্ণ বদলি হৈ গৈ'ছে। চুলিবোৰ দীঘল। থুতৰিত ঘনচিৰিকাৰ বাহৰ দৰে খিচিৰ মিচিৰ কেইডালমান দাড়ি—গাল দুখন মিহিকৈ খুৰোৱা। ঠেঙা আৰু কামিজৰ কোনো ৰং নাই। অথাৎ অসংখ্য ৰং। কোনো এটা বিশেষ ৰঙৰ কথা কব নোৱাৰি। বুটামবোৰ একোটা সৰু সৰু কাছৰ পোৱালী যেন দেখি। গলত ক'লা সূতাৰ মালা পিন্ধিছে। হাতৰ ঘড়ীটোৰ ওজন দুই কিলোমান হব কিজানি।

বলদ গৰুৰ চকুৰ দৰে দেখা কিছুমান আঙঠিও পিন্ধিছে আঙুলিবোৰত।

মোৰ তড়িৎ গতিত তেওঁৰ সেই আগৰ চেহেৰাটো মনত পৰি গ'ল। গাৰুৰ তলৰ পৰা যেন এইমাত্ৰ উলিয়াই আনিছে—তেনে সেপেট জেপেট এটা কামিজ, বোধ হয় মাৰ্কিন কামিজ, বোধ হয় মাৰ্কিন কাপোৰৰ—কেঁচা গোবৰেৰে ধুই লং ক্লথ কৰিছিল। ধুতিখন সত্যনাৰায়ণ পূজাত পুৰোহিতক বৰণ দিয়া ধুতিখনৰ দৰে। ভৰিত হাৱাই চেণ্ডেল একোৰ। তেনেকৈয়ে প্ৰথম মোৰ ওচৰলৈ আহিছিল।

আজিৰ ভৰিত পিন্ধা জোৰক জোতা অথবা চেণ্ডেল একোৰেই আখ্যা দিব নোৱাৰি। নপুংশকৰ দৰে। ওখ বোধ হয় দহ ইঞ্চিমান হব। হাড়গিলাৰ ঠেঙৰ দৰে। আমি হ'লে বাৰুৰি

খৰিদলোহেঁতেন ।

প্ৰথম প্ৰথম মোক সুধিলে কি খবৰ হাজৰিকা দেউ ? ভালনে আপোনাৰ ? ঘৰৰ ল'ৰা-ছোৱালী কেইটাৰ ভালনে ? চিগাৰেট এটা আকৌ জ্বলালে । দমৰা গৰুৰ দৰে মুখখন ওপৰৰ মুৱা কৰি ধোঁৱাবোৰ উলিয়াই দিলে । আকৌ সুধিলে ঃ আপোনাৰ প্ৰমোচন হ'ল নে ? মই লিফট এটা পালো এইবাৰ । অ' আপোনাক কবগৈ পাহৰিলোৱেই—মোৰ অলপতে মেৰেজ হৈ গ'ল । আমাৰে ব'ছৰ ছোৱালী । পলুৱাই লৈ গ'লো । বাধ্য হৈ প্ৰমোচন দিলে । নহ'লে জীয়েকেক কেৰানীলৈ দিয়া বুলি কেনেকৈ কয় ? ছিঃ ছিঃ ছি । আপোনালোকৰ চাগে বৰ কাম । আমাৰ কামেই নাই । টুৰ কৰি ফলচ বিল দি টকা লও । বাহিৰা পইচা চেৰ । এখন বিল পাছ কৰি দিল হাজাৰ হাজাৰ আহে । প্ৰোপাৰ্টি কৰিলো—ফ্ৰিজ, গড্ৰেজ গোল্ড ল্যাণ্ড, ফল্যাং । গাড়ী এইবাৰ পাম অফিচৰ পৰাই ।

ঃ বাৰু হাজৰিকা দেউ, আহো বাৰু । আপোনাক দিচতাৰ্ব নকৰো । ওৱৰ্ক কৰক । কেতিয়াবা যাবচোন আমাৰ ঘৰলৈ ফুৰিবলৈ । ওকে ।

হাতখন আগবঢ়াই দি হেণ্ড চেক কাৰৰ খুজিছিল । মই আগবঢ়াই নিদিলো ।

কুকুৰ-চালা ।

—০—

# আনৰ মূৰত কঠাল ভাঙি

তেওঁ বহা কোঠালীটোতে মোৰো আসন। এটা কোণত অকণমান টেবুল এখনত বহি মই কাম কৰো। কৰ্তব্য অতি গধুৰ। এৰাব নোৱাৰা দায়িত্ব। জীৱিকা নিৰ্ব্বাহৰ বাবে আমি আমাৰ কৰ্তব্য কৰিব লাগিব। ভাৰতবৰ্ষত সকলো মানুহ জীৱিকা নিৰ্বাহৰ বাবে কৰ্তব্য নকৰিলেও চলে। পৰৰ ওপৰত কঠাল ভাঙি ঠেঙৰ ওপৰত ঠেং তুলি খোৱা লোকৰ সংখ্যা ক্ৰমে ইয়াত বাঢ়ি যাবলৈ ধৰিছে। যিজন প্ৰকৃততে কৰ্মী, শ্ৰমিক তাৰ নাম আৰু দাম নাই।

তেওঁ মোৰ কোঠালীটোতে বহে বুলি কলে বেয়া পায়। তেওঁৰ কোঠালীত মই বহো বুলিহে কব লাগিব। বৰ গপচত থাকে। ইংৰাজ চাহাবৰ দৰে কোট-টাই মাৰে। পাইপ হোপে। গাড়ী এখন মাহেকীয়া ভাড়ালৈ লৈছে। তাতে অহা-যোৱা কৰে। মিঃ এৰা বুলি কলে বেয়া পায়। বৰ খং। চাৰ বুলি মাতিব লাগে।

ৰঙা ঘোৰাত বগী মেম। নতুন ধনীৰ ওফন্দা ভেম॥ নতুন কাৰবাৰ কৰিছে। গপত ওফন্দি থাকে। কেপ কেপ জোতাৰ শব্দ কৰি ইফালে সিফালে ঘূৰে। সবকে ধমকনি লগায়। যেন একে উশাহতে কাম শেষ কৰি দিব লাগে। চাকৰি কৰিছ,—ঠিক মতে কাম কৰিবি।

মোক অৱশ্যে তেনেকৈ নকয়। মৰম কৰে। তেওঁ আলু-ভজা আৰু লুচি, কালাকান মিঠাই, মালভোগ কল আৰু কফি খায়। মই কাষতে বহি থাকো। ভজা মাছ মচ্ মচ্কৈ চোবাই খোৱা শিবিহতৰ ওচৰত পোহনীয়া মেকুৰীয়ে ওঁঠ মুখ চেলেকি বহি থকাৰ দৰে ময়ো মাজে মাজে তেওঁৰ ফালে চাও, কিজানি মোকো খাবলৈ দিয়েই। তেওঁ তাৰোলেখে মুখ মচি মচি কয় ঃ অ', ঠাকু-

বীয়া আপুনি সৌ আহতৰ তলৰ দোকান্ খনত খাই আহক গৈ। আহতৰ তলত পেট্ৰামৰ দোকান। কাঠৰ তক্তা এছলা আৰু চাৰি টুকুৰা ইটাৰে সজোৱা এখন বেঞ্চ, সাতটামান আইনাৰ গিলাচ আৰু এটা টিনত শুকান বিস্কুট সহিতে বাটৰ কাষৰ বেণ্টোৰা। চাহৰ ৰং ভাল, সোৱাদ কম। দামো কম। তদুপৰি দৰকাৰী কথা—পেট্ৰামৰ দোকান ওচৰতে। "মহামায়া" লৈ দূৰ। সময় খৰচ হব। মোক এনেভাবে মৰম কৰে। তদুপৰি কেতিয়াবা কয় ঃ আপুনি অলপ সোনকালে আহিব। দেখিকৈ যাব। অকল সেইটো কাম কৰিলেই নহব। অইন কামো কৰিব লাগিব। অসমীয়া সাহিত্যৰ মাৰ্কেট বৰ বেয়া। কোনোৱে কিনি নপঢ়ে। গতিকে আন কামো আপোনাক দিয়া হব। মোক মৰম কৰা নমুনা এইবোৰ।

মানুহ আহে তেওঁৰ ওচৰলৈ। বহুত মানুহ আহে—সাহিত্যিক, সাংবাদিক, অধ্যাপক, বিষয়া, বেপাৰী সব ৰকমৰ মানুহ আহে। তেওঁলোকে কথা পাতে। চিগাৰেট খায়। দুই একে কেতিয়াবা কফি'য়া ভাগত পায়। কথাবোৰ বেছিভাগেই তোষামোদ। তেওঁক তোষামোদ কৰে। : সিদিনা যে সেইটো লিখিলে বৰ বঢ়িয়া লিখিলে। অসমীয়া সাহিত্য আপোনাৰ অনুবাদেৰে টনকিয়াল হৈ উঠিব। লাগে, আমাৰ বৰ্ত্তমান অনুবাদ সাহিত্যৰ বৰ প্ৰয়োজন। আপোনাৰ দৰে আন দহজন সাহিত্যিকেও যদি এই কামত হাত দিয়ে আমাৰ ভাষা-সাহিত্য ঠন ধৰি উঠিব। নন্দ কুমাৰে তোষামোদ কৰে। চাৰে গৰ্ব্বত ফুলি উঠে। মোৰ পিনে কেৰাহিকৈ চাই চকুৰ টিপ মাৰে। অলপ ভয়ো কৰে। কিজানি মই কৈয়েই দিও।

তেওঁ কয়—হয় বৰ্কবা, বৰ কষ্ট কৰি সেইটো অনুবাদ কৰিছো। আপোনালোকে ভাল পোৱা বুলি জানি মই বৰ আনন্দ পাইছো। মোৰ পৰিশ্ৰম সাৰ্থক হৈছে।

মোৰ কিমান দুখ লাগিব পাৰে। গোটেই ৰাতি টোপনি ক্ষতি কৰি অনুবাদ কৰিলো। তেওঁক দেখুৱালো। তেওঁ যে এনে লোক সেই কথা প্ৰথম বুজি পাইছিলো। অনুবাদটো তেওঁৰ নামত ছপাই দিলে। মোক বুজনি দিলে : আপুনি বেয়া নাপাব। মোক মানুহে কিমান জানে, আপোনাক নাজানে। গতিকে মোৰ নামত

ছপালে প্ৰচাৰ ভাল হব।

তেওঁৰ তলত চাকৰি কৰিছো। প্ৰতিবাদ কৰাৰ সাহস নাই। টকা দিলে আজিৰ যুগত নাম কিনা সহজ। মোৰ নামত প্ৰবন্ধ এটা ওলালে মই যে কিমান আনন্দ পাম। মোৰ নামটো ছপা আখৰত দেখিলে মই যে কিমান উৎসাহ পাম। বৰ কষ্ট কৰি প্ৰবন্ধ এটা লিখিলো। ডাঙৰ ডাঙৰ পণ্ডিত সকলে লেখা প্ৰবন্ধৰ দৰে বিষয়বস্তু গধুৰ নহয়, অথচ এনে কথা সকলোৰে ভাল পায়। সমাজত দহজনে ভাল পোৱা কথা বহুত লিখকে প্ৰকাশ কৰিবলৈ সাহস কৰিব নোৱাৰে। সেইকাৰণে প্ৰায়বোৰ লিখকে বিতৰ্কমূলক হব নোৱাৰা বিষয়বোৰেই হাতত লয়। মই লোৱা নাছিলো। মোৰ বিষয় আছিল ঃ অসমীয়া লেখক, পাঠক আৰু প্ৰকাশক। এই তিনিও শ্ৰেণীৰ লোকৰ বৰ্তমান কেনে অৱস্থা তাৰ সত্যৰ ভিত্তিত আলোচনা কৰিছিলো মোৰ প্ৰবন্ধটোত। বৰাক প্ৰবন্ধটো দেখুৱালো আৰু আলোচনীত ছপাবলৈ অনুৰোধ কৰিলো। তেওঁ প্ৰবন্ধটো লৈ গ'ল। কিন্তু কি আচৰিত! মই লিখা প্ৰবন্ধটো সম্পাদকীয় স্তম্ভত ছপাই দিলে। তাত মোৰ নাম নাই।

সিদিনা গোটেই দিনটো মন মাৰি থাকিলো। ৰাতি ভাবোতে ভাবোতে চকু পানী ওলাল। নিজে জন্ম দিয়া সন্তানটোক আন এজনীয়ে মাক বুলি দাবী কৰিলে, নিজে ৰোৱা নাৰিকল জোপাৰ ফল আনে খালে, বিলৰ পৰা জাল মাৰি অনা চিতল মাছটো আনে বাঢ়ি-ভাজি খালে কাৰ দুখ নালাগিব?

কিন্তু পিছদিনা দুখটো পাতলিল। মানুহে দুখ পাতলাব পৰা বহুত উপায় আছে। দুখত শান্তনা লভিব পৰা বহুত পথ আছে। সেই পথবোৰ বাছি লব জানিব লাগিব। আত্ম বিশ্বাস আৰু আত্ম সন্তুষ্টি— এই দুটাই শান্তনা লাভৰ প্ৰশস্ত পথ।

. পিচদিনা কেবাজনো বিশিষ্ট সাহিত্যিক, চিন্তাবিদ অনুসন্ধিৎসু পাঠক, সমালোচক আহি বৰাক লগ ধৰিলে। প্ৰত্যেকেই তেওঁক তেওঁৰ সম্পাদকীয়ৰ বাবে ভূয়সী প্ৰশংসা কৰিলে। এনে বলিষ্ঠ সম্পাদকীয় তথা লিখনীয়ে আমাৰ অসমীয়া সমাজ খনৰ চকু মেল খুৱাব বুলি তেওঁলোকৰ গভীৰ আত্ম বিশ্বাসৰ কথা ব্যক্ত কৰিলে। ঃ লেখক, পাঠক আৰু প্ৰকাশক অসমত বৃদ্ধি পাইছে যদিও গুণগত বৈশিষ্ট্য হ্ৰাস পাইছে। তিনিওটা শ্ৰেণীৰ লোকৰে

ৰুচি ক্ৰমশঃ হ্ৰাস পাইছে। ভাল কিতাপ এখন কেৱল পঢ়াৰ কাৰণেই মানুহে নিকিনে। প্ৰয়োজনৰ তাগিদা, যেনে—কলেজ, বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাছুত সহায়ৰ কাৰণে, গৱেষনা কৰি ডক্টৰেট লোৱাৰ আশাৰে, ড্ৰয়িং ৰুমত সজাই থবৰ কাৰণে, সভা সমিতিত "কোটেচন" গোৱাৰ কাৰণে, বহু কিতাপ পঢ়া দেখুৱাই তেমত ওফন্দি থাকিবৰ কাৰণে, খাতিৰ ৰাখিবৰ কাৰণে, তোষামোদ কৰিবৰ কাৰণে মানুহে কিতাপ কিনে। যা-তা কিতাপ ছপাই বিক্ৰী কৰি যথেষ্ট লাভ কৰাৰ কাৰণে প্ৰকাশক কিছুমানে কিতাপ ছপাই। নিজৰ নামটো জাহিৰ কৰিবৰ কাৰণেও বহুত লিখকে নাভূত-নাশ্ৰুত কথা লিখি পাঠকক বিভ্ৰান্ত কৰে। এনেবোৰ কথা নিবাৰণৰ সময় আহি পৰিছে। আপুনি সম্পাদকীয়ত উচিত কথা কই লিখিছে। সত্যনাৰায়নে তোষামোদ কৰিলে। এইদৰে তোষামোদ কৰিলে ৰাম, যদু, হৰিয়েও। কিছুমান ভুৱা অপদাৰ্থ মানুহে অনুষ্ঠান প্ৰতিষ্ঠান আদি পাতি সাহিত্যৰ নামত কলঙ্ক আনিছে। ইহঁতক নাশ কৰিব লাগে, লক্ষেশ্বৰে টেবুলত ভুকুৱাই প্ৰতিবাদ কৰিলে। ঃ আপুনি সত্য কথা লিখিছে। নেহাৎ সত্য। দক্ষধৰে কলে।

লগে লগে কফি, চিগাৰেট মিঠাই তামোল আহিল। ৰবাৰ আনন্দ আৰু গৰ্ব্বৰ কাৰণে মুখৰ ফালে চাবকে নোৱাৰি। হাঁহি, কেৱল হাঁহি। একো নজনা মানুহে অথবা কম জনা মানুহে কেৱল হাঁহিয়েই থাকে। হাঁহিৰ শত্ৰু নাই। যেনেকৈ নাই বোবাৰ। মই জানো তোষামোদকাৰী সকলে যদি সম্পাদকীয়ত উধৃতি দিয়া বাক্যবোৰ কোনখন গ্ৰন্থত পালে বুলি ৰবা চাবক সোধে তেওঁৰ সেহা বেঙা লাগিব। তেওঁৰ হাঁহিটো শেঁতা পৰি যাব।

সেই কাৰণে তেওঁ তোষামোদকাৰী সকলক অপৰ্য্যাপ্ত পৰিমানে খোৱাৰ যোগান ধৰিছে। খাই খাই পেট উপচি পৰিলে মানুহে কথা কবলৈ ইচ্ছা নকৰে। হামিয়াই আৰু যাব'ল উদ্যত হয়। মোৰ ৰিচাৰ্ড ষ্টিলৰ কথা এবাৰ মনত পৰিছিল। আটাইবোৰ মানসিক ৰোগৰ ভিতৰত তোষামোদ প্ৰিয়তাতকৈ মহামাৰী স্বৰূপ ৰোগ আৰু একো নাই।

......মোৰ ভেতিয়াই দুখ পাতলিছিল। দুৰ্গা পূজাৰ প্ৰতিমাবোৰ দৰ্শকবোৰে ধুনীয়া হৈছে বুলি পৰাপ লওতে চকুতে লুকাই

থকা খনিকৰ জনে যেʼন আনন্দ পায়, অট্টালিকাটো ধুনীয়া হৈছে বুলি শলাগিলে যেনেকৈ মুখ্য মিস্ত্রীজনে আঁৰত থাকিয়ে আনন্দ লভে, জাৰজ সন্তান এটাই কোনো বিশেষ কামত সুখ্যাতি অৰ্জন কৰিলে প্ৰকৃত মাক গৰাকীয়ে যেনেকৈ আতৰে আতৰে আনন্দৰ চকুপানী টোকে, কৰ্ণ বীৰ কাৰণে মাক কুন্তী দেবীয়েও অজানিতে যেনেকৈ গৌৰব অনুভৱ কৰিছিল—ময়ো তেনেকৈয়ে আনন্দ লাভ কৰিছিলো। হওঁক—প্ৰবন্ধটো মই লিখা বুলি আনে নেজানিলেও মইতো জানো। ভগবানেতো জানে। মই সৃষ্টি কৰা বস্তু এটা দহজনে ভাল বুলিছে—তাতেই মোৰ আনন্দ। এই সৃষ্টিৰ কাৰণে আনে পুৰস্কাৰ পালে তাৰ বাবে মোৰ দুখ নাই।

- মানুহবোৰ যোৱাৰ পাছত ৰবাচাৰে মোৰ পাণ্ডুলিপিটো দয়াছলাইৰ এাঠি মাৰি পুৰি পেলালে।

—০—

# শেষতহে সি

বেলৰ ডবাত বহি বহিয়েই ধৰ্মেশ্বৰে চহৰখনৰ কথা ভাবি আছিল। তাৰ বহুত প্ৰতীক্ষাৰ, কল্পনাৰ, সপোনৰ চহৰ। এই-খন চহৰৰ কত কাহিনী শুনি শুনি সি স্তব্ধ হৈ গৈছিল। কল্পনা কৰিছিল— কেতিয়াকৈ এইখন চহৰ দেখাব, এইখন চহৰতেই তাৰ জীবিকাৰ বেহানি মেলাৰ সৌভাগ্য ঘটিব।

আজি সেই সৌভাগ্য তাৰ মিলিল। গাড়ীৰ পৰা নামিয়েই 'বজাৰ কোন পিনে আছে' বুলি এজন মানুহক সুধি লৈ লাখুটি দুডাল দুই কাষলতিৰ তলত সুমুৱাই দি ধীৰে ধীৰে গতি কৰিলে বজাৰৰ পিনে। চাৰি আলিৰ সংযোগ এটা বাছি লৈ সি তাতে বহিল।

প্ৰথম প্ৰথম সি চহৰৰ প্ৰাকৃতিক দৃশ্য উপভোগ কৰিলে। কি অপূৰ্ব! চাৰিওপিনে সেউজীয়া গছ-গছনিৰে ভৰা চহৰ। শাৰী শাৰী তামোল, নাৰিকল। নওলাই নওলাই নাহৰ, বকুল, কৃষ্ণ-চূড়া। ৰেল ষ্টেচনৰ পৰা এইখিনি পথ আহোঁতেই সি দেখা পালে কেবাখনো মনোমোহা ফুলনিত চালে চকুৰোৱা ফুল। আকৌ ঘৰবোৰ। ঘৰ নহয়— বিল্ডিং। ঘৰৰ ওপৰত সজা ঘৰ। গল বেঁকা কৰিছে কেইতলা গণিব পাৰি। ধৰ্মেশ্বৰে পৰম আশ্চৰ্য্যৰে চিন্তা কৰিলে এই ঘৰবোৰ সাজিবলৈ অত টকা পাই ক'ত। সকলোবোৰ টকা থকা মানুহ। কাৰো অভাৱ নাই। চিন্তা ভাবনা নাই— ধৰ্মেশ্বৰে ভাবিলে।

ইয়াৰ পিচত মটৰ গাড়ীৰ কথা চিন্তা কৰিলে ধৰ্মেশ্বৰে। হাজাৰ হাজাৰ গাড়ী। ক'ৰ পৰা আহে, ক'লৈ যায় তাকে ধৰিব নোৱাৰে সি। বং বিৰঙৰ দুইচকীয়া তিনিচকীয়া চাৰিচকীয়া কত ৰকমৰ গাড়ী। আৰু ড্ৰাইভাৰ বিলাক। ধৰ্মেশ্বৰৰ মতে তেওঁলোক যেন যাদু মন্ত্ৰ জনা পৱন পুত্ৰ। বায়ু বেগে গাড়ী চলাব পাৰে।

দোকান-পোহাৰবোৰৰ কথা ভাবিলে ধৰ্মেশ্বৰে। একোখন দোকান তাৰ মতে একোখন যেন গাওঁ। তাহাঁতৰ সিপিনৰ সাতখন মান গাঁৱৰ বস্তু লগ লগালেও হয়তো এখন দোকানৰ বস্তু নহ'ব। চাহ দোকানবোৰৰ মিঠাইৰ আলমাৰী দেখি ধৰ্মেশ্বৰৰ মনত পৰিছিল মৌজাদাৰৰ জীয়েকৰ বিয়াৰ মিঠাইবোৰৰ কথা। তাত বাহিৰে আৰু জীৱনত সিমান মিঠাই দেখা নাই। ধৰ্মেশ্বৰৰ মনত ভাব হ'ল ইয়াত থাকিলে তাৰ আৰু খোৱাৰ অভাৱ নহ'ব।

সি তাৰ ৰুমালখন উলিয়াই মাটিত পাৰি ললে আৰু বিতৃি এটা জ্বলাই আশাপূৰ্ণ, ঔৎসুক দৃষ্টিৰে নিৰীক্ষণ কৰিলে পথযাত্ৰীৰ। গাড়ী, চাইকেল, তিনিচকীয়াৰ আৰোহীসকলৰ পৰা একো আশা কাৰুব নোৱাৰে। তেওঁলোকে গাড়ী ৰাখি কেতিয়াও পইচা নিদিয়ে। অৱশ্যে চহৰৰ মানুহবোৰ যেনে উদাৰ গাড়ী ৰখাইও তাক দুই-চাৰি পইচা দি যাব পাৰে।

ধৰ্মেশ্বৰে চহৰৰ মানুহবোৰৰ খোজ-কাটল পিন্ধন-উৰণ, গতিবিধি লক্ষ্য কৰি দেখিলে— অতি আচৰিত ধৰণৰ। সি বহা চাৰি আলিৰ পূব মূৰে এখন দলং আছে। দলংখন বৰ ওখ। তলেৰে ৰেল যায়, ওপৰেৰে মটৰ গাড়ী। দলংখনৰ মাজভাগ বৰ ওখ। মাজভাগত মানুহবোৰে থিয় হলে ধৰ্মেশ্বৰে প্ৰথমতে দূৰৰ পৰা ভাবে কিছুমান জিৰাফ, ঘোৰা, ভালুক আদি জন্তু তাৰ পিনে আহি আছে। মানুহবোৰ ক্ৰমান্বয়ে তাৰ ওচৰ চাপি আহে। সি সূক্ষ্ম ভাবে নিৰীক্ষণ কৰি দেখে সেইবোৰ মানুহহে; জন্তু নহয়। তেওঁলোকে এক ফুট মান ওখ খৰমৰ দৰে জোতা পিন্ধে। ভালুকতকৈও দীঘল আৰু উচ্ছৃঙ্খল চুলি ৰাখে। পিন্ধা কাপোৰ কানিবোৰ জন্তুৰ ছালৰ দৰে পখৰা-পখৰি।

মানুহবোৰ ওচৰ পাওঁতে তেওঁলোকৰ চেহেৰাপাতি, খোজ-কাটল, কথা-বতৰা লক্ষ্য কৰোঁতে ধৰ্মেশ্বৰে পইচা খুজিবলৈ পাহৰিয়েই যায়। তেওঁলোক অতিক্ৰম কৰি যোৱাৰ পিছতহে সি "বাপা চাৰি আনা পইচা দে'" বুলি চিঞৰ-বাখৰ কৰে। কিন্তু পিছ হুৱকি আহি কোনে আৰু ধৰ্মেশ্বৰক পইচা দি যায়।

বেলি প্ৰায় দুপৰ হওঁ হওঁ— তেতিয়ালৈকে ধৰ্মেশ্বৰৰ ৰোহাৰত এটিও পইচা নপৰিল। চহৰৰ মানুহবোৰক সি বিজৰ মাহুৰ

লগত তুলনা কৰিলে। এবাৰ চুৰচ্‌ৰী বিলত বৰশী বাই আছিল সি। বিলটোত অসংখ্য মাছ – ৰৌ, ববালী, শ'ল, চিতল, ভকুৱা, কাবৈ, মাগুৰ, গৰৈ ইত্যাদি। কিন্তু বেলি দুপৰলৈকে সি বৰশী বালে, এটি মাছও তাৰ বৰশীত নালাগিল। মাছবোৰক সি কত যে গালি পাৰিলে। তাৰ ভাব হৈছিল যেন জাপ মাৰি বিলৰ পানীত পৰি মাছ বিলাকৰ লগত যুদ্ধ কৰি আটাইবোৰ মাছ মাৰি পেলাব !

চহৰৰ মানুহবোৰক অৱশ্যে গালি নাপাৰিলে ধৰ্মেশ্বৰ। সি বৰশীৰ টোপহে পেলাইছে। সময়ত মাছ পৰিবই। অধৈৰ্য হোৱাৰ কোনো কাৰণ নাই। এতিয়াও বাৰটা বজাই নাই। আৰু বহুত সময় আছে হাতত।

ইতিমধ্যে বহুতৰ গালিও খালে ধৰ্মেশ্বৰে। দুই এটা উৎপতীয়া ল'ৰাৰ কাণ টিপাও খালে। আচলতে কথাটো নাজানিহে দোষ কৰিছিল। কথাটো এনে ধৰণৰ। ল'ৰাৰ নিচিনা চুটি চুলি, এক ফুটমান ওখ জোতা, বহল লং পেণ্ট পিন্ধা দুজনী ছোৱালীক সি ভুল কৰি—"অ বাপাহঁত অ' ভাইটিহঁত, চাৰি আনা পইচা দি যা অ'" বুলি চিঞৰ বাখৰ কৰি পইচা খোজাত, ছোৱালী দুজনীয়ে তাক খুব গালিশন লগাই দিলে: ছালা অসভ্য, চকু নাই তুৰ, লুৰা নে ছুৱালী চিনি নাপাঅ? ভাইটি ভাইটি বাপা বাপা কৰিছ যে। হতভম্ব হৈ গ'ল ধৰ্মেশ্বৰ। বুকুৰ পিনে ভালকৈ নিৰীক্ষণ কৰিহে সি ধাটাং হ'ল যে সিহঁত দুজনী সচাঁকৈয়ে ছোৱালী।

ইয়াৰ পিছত খালে সি কাণ টিপা। তিনিটামান ল'ৰাক সি অ মাজনীহঁত, অ ভণ্টিহঁত বুলি চিঞৰ-বাখৰ কৰি পইচা খুজিছিল। সিহঁতৰ পিন্ধন-উৰণ ঠিক ছোৱালীৰ দৰেই ব্লাউজৰ কাপোৰৰ দৰে চাৰ্ট আৰু প্যাণ্ট। চুলিবোৰ গলধনলৈকে অহা। গলত একোডাল বগালী চেইন। হাতত ষ্টীলৰ খাৰু। হাতৰ নখত তেজৰ দৰে ৰঙা ৰং। ধৰ্মেশ্বৰে ছোৱালী বুলি ভাবি সিহঁতক তেনে সম্বোধন কৰিছিল। ছোৱালীবাপী ল'ৰা কেইটাই ৰবলৰ বাহতহে যেন জুই দিলে, বাঘৰ নেজেৰেহে যেন কাণ খজুৱালে—এনে ভাবত তাক আক্ৰমণ কৰিলে: অ'বে, বেটা কুকুৰ পোৱালী, আমাক জুকাবলৈ তুৰ ইমান চাহচ্। কাণ চিপি, চুলিত টানি

তাক নগুৰ-নাগুঠি কৰি গুছি গ'ল সিহঁত।
ধৰ্মেশ্বৰ বেঙে মুতা গৰুৰ দৰে হ'ল।

ধৰ্মেশ্বৰ এইবাৰ এটা সিদ্ধান্তত উপনীত হ'ল যে সি আৰু তেনেকুৱা ধৰণৰ ল'ৰা-ছোৱালীৰ ওচৰত পইচা নুখুজে। আদ বয়সীয়া ধুতি-কামিজ পিন্ধা মানুহৰ ওচৰতহে পইচা খুজিব। মেখেলা-চাদৰ, শাৰী পিন্ধা তিৰোতাক "আই, মাই" বুলি সম্বোধন কৰিব। এওঁলোকৰ অন্তৰত নিশ্চয় দয়া-মমতা আছে। দুখীয়া-গৰীবক দুইপইচা দান কৰি যাব।

কিন্তু তাতো ব্যৰ্থ হ'ল ধৰ্মেশ্বৰ। লাহে লাহে বেলি হালিবলৈ ধৰিলে। তাৰ বৰ ভোক লাগিল। পকেটত পইচা এটাও নাই। ইফালে পোহাৰতো এটা পইচা পৰা নাই। কত আদহীয়া মুনিহ-তিৰোতা তাৰ ওচৰেৰে অতিক্ৰম কৰি গ'ল, কোনোৱে তাৰ পিনে কেৰেপকে নকৰিলে।

হঠাতে তাৰ ওচৰত জীপ গাড়ী এখন ৰাখি মানুহ এজন নামি পৰিল। তেওঁ গলত কিবা এটা আৰি লৈ আছে। মানুহজনে ধৰ্মেশ্বৰক কলে: চাওঁ তোৰ মুখটো অলপ দাঙি থাক। সি মুখটো দাঙি থাকিল হয় কিন্তু ভয়তে তাৰ ওঠ-কণ্ঠ শুকাই গ'ল। মানুহজনে তাৰ নাম ঠিকনা আদিও লিখি ললে। এইবাৰ সি ভয়তে প্ৰায় প্ৰস্ৰাৱ কৰাৰ দৰেই হ'ল। তথাপিতো সি মৰসাহ কৰি সুধি পেলালে: দেউতা ঈশ্বৰ, এইবোৰ কি কৰিছে, মই একো বুজি পোৱা নাই। মানুহজনে কলে: মই খবৰৰ কাকতৰ মানুহ। তোৰ ছবি আৰু খবৰ কাইলৈ কাকতত উঠিব, বুইছ। জীপত উঠি মানুহজন গুছি গ'ল।

ধৰ্মেশ্বৰৰ মনটো আনন্দত উপচি পৰিল। সি যেন এতিয়াই উৰা মাৰি গৈ তাৰ ভৈণীয়েক উৰ্মিলাৰ আগত, জীয়েক সাবিত্ৰী আৰু বিমলাৰ আগত এই কথা কব। তাৰ নিচিনা ভিকহুৰ কথা ৰাতৰি কাকতত ওলাব—ছপা হব তাৰ ছবি। আহা, কিমান গৌৰৱৰ কথা। তাহাঁতৰ গাঁৱত মাত্ৰ তিনিজন মানুহে খবৰৰ কাকত ৰাখে—অকণ পণ্ডিত, এজন গদাধৰ গাওঁবুঢ়া আৰু আনজন দনে দোকানী। অকণ মাষ্টাৰে চাৰি আনিৰ মুখত বহি খবৰৰ কাকত-খন পঢ়ে আৰু বাকী প্ৰায় বিশ পচিশটা মান মানুহে মনপুতি

শুনে। খবৰবোৰৰ ওপৰত মতামত দি থ পণ্ডিত। কাইলৈ অথবা পৰহিলৈ ধৰ্মেশ্বৰৰ কথাও যেতিয়া সেইখন কাকতত ওলাব মানুহবোৰ কিমান আচৰিত যে নহ'ব। সি নাথাকিলেও উমিলাহঁতৰ কাণতো নিশ্চয় এই কথা পৰিবগৈ।

কথাবোৰ ভাবি ভাবি ধৰ্মেশ্বৰে ভোকৰ কথাই পাহৰি গৈছিল। চহৰৰ মানুহবোৰ কিমান উদাৰ, কিমান ভাল! কিন্তু এতিয়ালৈকে তাৰ পোহাৰত এটি পইচাও নপৰিল। পইচা–পাতিৰ ক্ষেত্ৰত মানুহবোৰ বৰ কৃপণ নেকি? চহৰ'ৰ অাহি সি ভুলেই কৰিলে নেকি? গাঁৱত আজি অত বছৰে এইটো বৃত্তি'ৰই সি তিনিটা পৰিয়ালৰ ভৰণ পোষণ দিলে। বিমলাকো মেট্ৰিকলৈ পঢ়ালে। কোনো দিন সি লঘোণ নপৰিল। গাঁৱত দুপৰীয়া-মধ্যম মানুহ এঘৰত সোমালে চাহ এটুপি, মুৰি এগাল অথবা কল এটা পানী এগিলাচ যাচেই। ইয়াত আজি সি প্ৰায় দিনটোই কটালে, কাৰো পৰা এটি পইচাও নোলাল।

জীয়েক বিমলাই কিতাপত পঢ়া কথা এটা তাৰ মনত পৰিল। কেতিয়াবা পধুলি ধৰ্মেশ্বৰে জুই পুৱাই বহি থাকে—বিমলাই ভাওৰ ভাওৰকৈ কিতাপ পঢ়ে। এদিন বিমলাই পঢ়িছিল : হে পানীপিয়া চৰাই, তই সাৱধান হ। তই মেঘৰ পিনে চাই চাই চিঞৰি ফুৰিলেও সকলো মেঘে বৰষুণ নিদিয়ে। ধৰ্মেশ্বৰে এই কথাখিনি বৰ ভাল পায়। ভিক্ষা মাগি ফুৰোতে কোনোবাই তাক ভিক্ষা নিদিলেও এই কথাখিনি মনত কৰি সি কাকো বেয়া নাপায়।

কিন্তু আজি তাৰ মনত ভাব হ'ল –কোনো মেঘেই যেন আজি বৰষুণ নিদিব। তাৰ বৰ ভোক লাগিল। শেষত সি ঠাইখিনি সলাবলৈকে ঠিক কৰিলে। মানুহে কয় একে ঠাইতে থাব্দিলেহে হেনো পানী ওলায়। নবা কেকোঁৰাৰ তেল নাই। ভলাৰ বগৰিৰ স্থান নাই। সেয়েহে সি একে ঠাইতেই খোপনি পুতিছিল। কিন্তু তাৰ আজি একো কামত নাহিল। সি ঠাই সলাবলৈকে ঠিক কৰিলে।

তথাপিতো সি বৰশী বোৱা মানুহৰ দৰে "কিজানি এটা পাওঁৱেই অলপমান চাও" ভাবত কিছু সময় চালে। এইবাৰ সি তাৰ ওচৰেৰে যোৱা কোনো মানুহকে বাদ নিদিলে। কাতৰ স্বৰে,

আপ্ৰনেয়ে সকলোৰে মুখৰ পিনে চাই চাই ভিক্ষা প্ৰাৰ্থনা কৰিলে, কাৰো হাতৰ পৰাও দুটি পইচা ওলাই নপৰিল।

কিন্তু পৰিল। পৃথিৱীত দয়া-মমতা থকা লোকৰ অভাৱ এতিয়াও হোৱা নাই। এতিয়াও সহানুভূতিত অন্তৰ কান্দি উঠা মানুহ পৃথিৱীত আছে। নিজে নাখাইও আনক খাবলৈ দিয়া মানুহ এতিয়াও পৃথিৱীত আছে। ধৰ্মেশ্বৰে দেখিলে এজনী আদ বয়সীয়া মানুহ তাৰ ওচৰত ৰ'ল। তাইৰ ভৰিত এজোৰা ফটা-ছিটা কাপোৰৰ জোতা। কান্ধত এখন কাপোৰৰ মলিয়ন মোনা। হাতত লাখুটি। পিন্ধা চাদৰ-মেখেলা তেনেই নগণ্য লেতেৰা আৰু ফটা ছিটা। হাত, ভৰি, চুলি আদি ফোঁপোৰা।

মানুহজনীয়ে তাৰ পিনে চাই কলে: হেৰা তুমি বোধহয় নতুন। ইয়াৰ পৰা সোনকালে উঠি যোৱা। পুলিচৰ গাড়ী আহি আছে, তোমাক উঠাই লৈ যাব। মই পলাইছোঁ। এই বুলি কৈ মোনাৰ ভিতৰৰ পৰা কাপোৰৰ গাঠি এটা খুলি তাৰ হাতত ত্ৰিশটা পইচা দি কলে° ধৰা, চাহ একাপ সৌ দোকানত বহি খোৱাগৈ। আজি ময়ো বেছি পইচা পোৱা নাই। এই পুলিচ কেইটাৰ উৎপাতত ৰব নোৱাৰা হৈছোঁ। সিহঁতে আমাকহে বিচাৰি পায় ধৰি নি ভিক্ষুক গৃহত থবলৈ। আমাৰ যেন আৰু ঘৰ-দুৱাৰ বুলিবলৈ একোৱেই নাই। লৰা-লৰিকৈ মানুহজনী গুছি গ'ল।

কৃতজ্ঞতাত চকু পানী ওলাই আহিল ধৰ্মেশ্বৰৰ। উচুপনিত কঁপি উঠিল ওঠ। পইচা কেইটা ৰুমালখনত বান্ধি ধীৰে ধীৰে দোকান এখনত সোমাই পৰিল সি।

—০—

# বদনাম

চৰকাৰী কামত এসময়ত এখন নতুন ঠাইলৈ যাব লগা হৈছিল। সৰু চহৰ এখন। সৰুতে পাঠশালা স্কুলত ভূগোলত পঢ়িছিলো—ইয়াত এখন কলেজ এটা পোষ্ট অফিচ, এখন ছোৱালী আৰু লৰাৰ হাইস্কুল আছে। ইয়াত মৰাপাট, ধান আৰু নাৰিকল আদিৰ ব্যৱসায় চলে। এটা ৰেল ষ্টেচনো। এইখন চহৰলৈ গৈছিলো। ভূগোলত উল্লেখ নকৰা এটা বস্তু ইয়াত আছে—সেয়া বিজুলী পোহৰ। ইয়াত মোৰ থাকিবলৈ তেনে কোনো আপোন মানুহো নাই। ৰাতি এঘাৰটামান বজাত গাড়ীৰ পৰা নামিছিলোগৈ। কিনকিনিয়া বৰষুণ। লগত ছাতিও নাছিল। সৰু চহৰ। ৰিক্সাৱালা দুটামান ষ্টেচনৰ দুৱাৰমুখতে বৈ আছিল যদিও তেনে বতৰত সিহঁতে ৰিক্সা নচলায়। গতিকে মহা বিপদত পৰাৰ দৰে অৱস্থা হ'ল। তথাপি এটা ৰিক্সাৱালাক দুগুণ ভাৰা দি বেডিংখন তুলি বহিলো আৰু কলো এখন ভাল হোটেললৈ মোক লৈ বল। ৰিক্সাৱালাই মোক নতুন মানুহ বুলি বুজি পালে। কৰ পৰা কি কামত আহিছো সকলো খবৰ কৰিলে। আৰু মোক নি এখন হোটেলৰ সন্মুখত নমাই দি কলে—বাবু 'আচ্ছা' হোটেল। সি আনি বেডিংখন বাৰাণ্ডাত ৰাখিলে।

হোটেলৰ চাইনবোডখন মোৰ চকুত পৰিল—"ভাগ্যলক্ষ্মী হোটেল। ইয়াত থকা ও খোৱাৰ সুবন্দোবস্ত আছে"। বিজুলী লাইটৰ পোহৰত ৰঙা আৰু বগা আখৰেৰে লিখা চাইনবোর্ডখন তিৰবিৰাই জ্বলি আছে। বাৰান্দাত ভৰি দিয়েই ভিতৰৰ পিনে চকু কৰিলো—সমুখৰ কোঠালীত এখন বিছনাত বহি চাৰিজন মানুহে তাচ খেলি আছে। তাৰ কাষতে এখন মেজৰ ওপৰত এটা কাঠৰ চন্দুক—বোধ হয় তাতেই হোটেলৰ মালিকে পইচা ৰাখে।

মানুহ চাৰিজনলৈ লক্ষ্য কৰিলো চন্দুকৰ ওচৰত বহি থকাজন একেবাৰে ক্ষীণ চেহেৰাৰ, মূৰত এডাল টিকনি, চুলিবোৰ আধা পকা। বাকী তিনিজনৰ চুলিবোৰ একেবাৰে চুটি চুটিকৈ কটা, পিন্ধনত খাকী ড্ৰিমৰ হাফপেণ্ট আৰু হাত নথকা মাকিন কাপোৰৰ চিলাই কৰা গেঞ্জী একোটা। মই বাৰান্দাৰ পৰা ভিতৰত সোমাই ভেওঁলোকৰ ওচৰ পোৱাৰ লগে লগে টিকনি ৰখাজনে এটা চকু তাচৰ পাতত আৰু এটা চকু মোৰ পিনে ৰাখি সুধিলে—ভাত খাব? মই সহাৰি জনালো। লগে লগে এটা কাণ ফলা চিঞৰ—ঐ নিংনা এক থালা ভাত লাগাও। যাওক ভিতৰলৈ যাওক। ভিতৰলৈ গলো।

গাড়ীৰ জোকাৰণিত ভোক লাগি গৈছিল। থকা-মেলাৰ ব্যৱস্থা নকৰাকৈ আগেয়ে ভাত কেইটা খাই লওঁ বুলি ভাবি হাত-মুখ ধুবলৈ গলো। ল'ৰাজনে মানে নিংনাই হাতধোৱা ঠাইখিনি দেখুৱাই দিলে। এটা সৰু ড্ৰামত পানী ৰাখি মগ এটা ওপৰত থৈ দিছে। আধা খোৱা ভাত-আঞ্জা, তৰকাৰী, মাছৰ বাকলি আদি পেলাই ঠাইখিনি দেখিবলৈ একেবাৰে বিশ্ৰী কৰি তুলিছে। তাতে আৰু কিনকিনিয়া বৰষুণ—এটা দুৰ্গন্ধ আহি মোৰ নাকত সোমাল। সেই দুৰ্গন্ধ'টাৰে ভোকটো কিছু শাম কটা'ল। হাত দুখন ধুই মুখত অলপ পানী দি বহিলোহি। নিংনাই আনি মেজৰ ওপৰত এগিলাচ পানী দিলে। মই কি আছে বুলি সুধিলো তাক—মাছ নে মাংস। সি মাছ থকা বুলি কলে। লগে লগে ভিতৰৰ পৰা ভাতৰ কাঁহীখন হাতত লৈ ছোৱালী এজনী সোমাই আহিল। কাঁহীখন টেবুলত ৰাখি পটকৈ আকৌ ভিতৰ সোমাই গ'ল তাই। দ্বিতীয়বাৰৰ কাৰণে ভোকটো আৰু কিছু শাম কাটিলে। নিংনাই ওচৰতে বৈ আছিল। এটা কেঁচা জলকীয়া আৰু নিমখ অলপমান পাতত পেলাই দিলে সি।

ভাতৰ কাঁহীত চকু পৰাৰ লগে লগে তৃতীয়বাৰৰ কাৰণে যেন ভোকটো শাম কাটি একেবাৰে নোহোৱা হৈয়েই গল। ভাত সাজৰ বৰ্ণনা মই দিবলৈয়ে টান পাইছো। এইদৰে ভাত খায়ো নে মানুহ জীয়াই থাকিব পাৰে—মই তাকেহে ভাবিব লগা হ'ল। আপোনাক ধৰক কোনোবাই অন্নপ্ৰাশন খাবলৈ মাতিছিল। হঠাতে কৰবাত যাব লগা হোৱাত যথা সময়ত উপস্থিত থাকিব নোৱাৰি যেনিবা

অসময়ত নিমন্ত্ৰণটো ৰক্ষা কৰিলেগৈ। ঘৰ-ঘৰুৱা আটাইবোৰ মানুহ খাই উঠাত আপুনি গৈ পালে। তথাপি আপোনাৰ লাজটো ঢাকিবলৈ চক-ঢাবি মচি আনি কিবা অলপ খাবলৈ দিলে যেনে লাগিব—তেনেকুৱাই দেখা গল ভাগ্যলক্ষ্মী হোটেলৰ এইসাজ ভাত। অৱশ্যে অন্নপ্ৰাশনৰ কোৰানচিটি বেয়া হলেও কোৰালিটি ভাল। ইয়াৰ কিন্তু কোৰালিটি একেবাৰে মনত ৰাখিব লগীয়া। ভাত কেইটা চাউলৰ বুলি নকৈ ধানৰ বুলি কোৱাই ভাল। কচুৰ ঠাবি, কলডিল আৰু পুৰা কল লগ লগাই এখন তৰকাৰী কৰিছে— তাত কলা হালধী ব্যৱহাৰ কৰিছে যেন লাগে। ডাইলখনত পানী দিয়া বুলি নকৈ পানী এবাটিত ডাইল অকণমান পেলাই দিয়া বুলি কলেহে বেছি শুবাব। মাছৰ আঞ্জাৰ বাটিটোও বেং বেং কৰে পানীৰ দৰে। আঙুলি এটা সুমুৱাই দি চালো—তলিত এটি অকণমান কাৰৈ মাছ আৰু এটুকুৰা আলু পোৱা গল। খঙে চুলিৰ আগ পাইছিলগৈ। কিন্তু ভোকে খঙটো পেটলৈ নমাই আনিলে। কেইটামান গৰাহ মাৰি নিংনাক কলো—মালিকক মাতি আন। নিংনাই হঁাহি এটা মাৰিলে। লগে লগে মালিক আহি ওচৰত থিয় হ'ল। এটা অন্তৰ বিগলিত হাঁহি মাৰি কলে—বুইছে বজাৰত একো পাবলৈকে নাই। তাতে আকৌ আজি ৰবিবাৰ। কাইলৈহে ডাঙৰ বজাৰ বহিব। এতিয়া থাকিবও নহয়। অ' নিংনা এখেতক পাচ নং কমৰ চাবি দিবি। যা বাইদেৱৰহঁত শুলে নেকি? বাবুৰ খোৱা হলে তোৰ কেইটা খাই ল। এতিয়া আৰু কাণ্টমাৰ নাহে। মোক একো কবলৈকে নিদি—তেওঁৰ খিনি ফচ ফচকৈ কৈ গুচি গ'ল। মই তেওঁ শুনা শুনাকৈ ভোৰ ভোৰালো— হোটেল দিলে অলপ ভালকৈ দিব লাগে। মানুহে পইচা দি ভাত খাব। এয়াতো মানুহৰ খানা নহয়—গৰুইও ইয়াতকৈ ভালকৈ খায়।

কাঁহিথনতে মুখ ধুব খুজিছিলো। নিংনা ওচৰতে থিয় দি আছিল। দৌৰ মাৰি আহি হাতখনত খাপ মাৰি ধৰিলে— হা-হা বাবু, তাত হাত নুধুব। তাতে মুখ নুধুলো। দেখিলো নিংনাই মাছৰ আঞ্জাৰ বাটিটো আধে-বেধে ভিতৰলৈ লৈ গ'ল। খিছু মুহূৰ্ততে ঘূৰি আহি ইফালে সিফালে চাই মনে

মনে মোক কলে—বাবু আজি কেবাদিনৰ মূৰত এইটো মাছৰ খাবলৈ পাম। মোকতো বাবু মাছ খাবলৈ নিদিয়ে। হিচাব কৰি কৰি মাছ আনে কাণ্টমাৰৰ কাৰণেহে। মোৰ মুখেৰে এটা দুখৰ হাঁহি ওলাই আহিল। মালিকে পুনৰ চিঞৰিলে নিংনা হলেনে বাবুৰ খোৱা? ভাত দিয়া ছোৱালীজনী আহি কলে—এয়া আপোনাৰ ৰুমৰ চাবি। নিংনাই দেখুৱাই দিব। বিছনা সজাই দিব লাগিব নে কি? মই একো নামাতিলো।

বিছনাখন ছোৱালীজনীয়েই সজাই দিলে। মই কাপোৰ-কানি সলাই বিছনাত পাৰিলো। ছোৱালীজনী প'ল। নিংনাই আহি কলে—বাবু আপুনি মদ নাখায় নেকি? নিংনাক চৰ এটা মাৰিবলৈ ইচ্ছা গৈছিল। কিন্তু ভাবিলো—ইয়াতে কেইদিনমান থাকিব লাগিব যেতিয়া ইয়াক হাতত ৰখাহে ভাল হব আৰু ইয়াৰ দ্বাৰাই সকলোবোৰ খবৰ উলিয়াব লাগিব। নিংনা গ'ল। গাড়ীৰ জোকাৰণিত ভাগৰ লাগি আহিছিল। ইফালে ৰাতিও ভালেখিনি হৈছে। কিনকিনিয়া বৰষুণৰ আমেজে টোপনিক স্বাগতম জনালে।

কিন্তু এটা টোপনি মাৰিয়েই সাৰ পালো, কি কামলৈ আহিছো—সেই কথা বেছিকৈ চিন্তা নকৰি ভাগ্যলক্ষ্মী হোটেলৰ চিন্তাহে মোৰ মনলৈ আহিবলৈ ধৰিলে। ছোৱালীজনী কোন বাৰু? এই দুঘোৰ গাভৰু ছোৱালী এজনীয়ে বৰ হোটেললৈ চাৰ্জ কৰিবলৈ কিয় আহিছে? নানা খেলি-মেলি চিন্তা কৰি থাকোতেই ৰাতি পুৱাল। নিংনাই আহি দুৱাৰত খট খট কৰি মোক মাতিলেহি। মই উঠিলো। মুখ-হাত ধুবলৈ বাহিৰত ওলাই আহি পুনৰ সেই এ'ক দুৰ্গন্ধময় পৰিস্থিতিৰ সন্মুখীন হ'লো। নিংনাই আহি সুধিলে—বাবু চাহৰ লগত কি দিম? মই কিবা এটা দিবলৈ কলো। দাঁত ঘহি ঘহি ইফালে-সিফালে চাবলৈ লাগিলো। অৰ্থাৎ ভাত দিয়া ছোৱালীজনী আশে-পাশে ঘুৰিছিল। মই নিজকে নিজে বিশ্লেষণ কৰিবলৈ লাগিলো—ইমান মৰম লগা গাভৰু ছোৱালী এজনীয়ে কিয় এইদৰে আছেহি ইয়াত। ধৰি ললো মালিকৰ ছোৱালী। কিন্তু হোটেলবালাৰ ছোৱালীয়ে জানো নিজে নিজে হোটেলত বয়ৰ কাম কৰেহি। মুখখন ধুই বিছনাত বহিলোহি।

ছোৱালীজনীয়ে চাহ আনি আগত থলে। তাইৰ পিনে চালো— ৰাতিতকৈও বেছি মৰম লগা হৈ আছিছে। গা-পা ধুই মুখ ফণিয়াই কুম কুমৰ ফোট লৈছে। চুলিকোচা বেণী গুঠা নাই। এডাল কলা ৰিবনেৰে মাজতে বান্ধি এপাহ বগা ফুল, বোধহয় খৰিকাজ্ঞাই গুজি লৈছে। চাহৰ কাপ টেবুলত ৰাখি কলে— ৰাতি ভাত নাখালেই, বৰ কষ্ট পালে নহয়। কষ্ট অৱশ্যে পাইছিলো। কিন্তু ছোৱালীজনীৰ আগত তেনেকৈ নকলো। চাহ-খিনি দি তাই ভিতৰলৈ সোমাই গ'ল। নিংনা আহিল। তাৰ কামৰ হিচাব এটা দিলে—বাবু, আজি বজাৰতো কাম বেছি, আজি অলপ বেছি কাষ্টমাৰ আহিব। সেই কাৰণে সময়েই পোৱা নাই আপোনাৰ খবৰ লবলৈ। এইখিনি কৈ সি হাঁহি এটা মাৰিলে। পুনৰ কলে—বাবু, আপুনি ইয়াত কিমান দিন থাকিব ? মই আজিয়েই যাম বুলি কলো। তাৰ মুখৰ পিনে চালো। মুখখনত অকণমান মলিনতাৰ প্ৰতিক্ৰিয়া দেখা গল। একো উত্তৰ নিদি সি পুনৰ দৌৰি গল। মই চাহখিনি খাই চিগাৰেট এটা মুখত লৈ বিছানাখন বান্ধিলো আৰু কাপোৰ-কানি পিন্ধিলো।

এইবাৰ মালিক মোৰ কোঠালৈ আহিল। মই কাপোৰ-কানি পিন্ধি বিচনা-পত্ৰ বন্ধা দেখি এক প্ৰকাৰ অবাক হোৱাৰ দৰে কলে—কি আপুনি ওলাল নেকি ? ইয়াত নাথাকে নেকি ? মই নাথাকিম বুলি কলো। তেও মই নথকাৰ কাৰণটোনো কি সুধিলে। মই এটা এটাকৈ কাৰণবোৰ কৈ হিয়াই দেখুৱালো—মিল একেবাৰে ইন ফিৰিয়ৰ। বাহিৰ ভিতৰ অপৰিষ্কাৰ—ময়লাৰ গোন্ধত বমি আহিব খোজে, কেনেকৈ ইয়াত সময় কটাম। তেওঁ মোৰ কথাখিনি আগ্ৰহেৰে শুনিলে আৰু কলে—বাৰু, বাৰু আপুনি থাকক। আপোনাক ইস্পিচিয়েল মিল দিয়া হব। বুইছে, বজাৰত বস্তু পাবলৈকে নাই। বজাৰখনলৈ গলে আপুনি দেখিব—একো বস্তু পাবলৈকে নাই। আলুৰ কিলো এটকাই, কবি, মুলাৰ কিলো দুই টকা, কেনেকৈ মই হোটেল চলাম। বুইছে, ভাল চাউলো বজাৰত পাবলৈকে নাই। হোটেল দি বুঢ়া হলো—মই জানো বজাৰ-সমাৰৰ পৃথিৱীত কিমান পৰিবৰ্তন হৈছে। সেই দিন আৰু নাই, আজি-কালিৰ গাৱঁৰ মানুহবোৰো বাবু হ'ল। খেতি-বাতি

নকৰি টাউনলৈ দিন হাজিৰা বন কৰিবলৈ আহে। তেকাবোৰে আহে পিয়ন মহৰিৰ চাকৰি বিচাৰি। আগতে দেখিছিলো এইখন চহৰলৈ ভাৰে ভাৰে কবি, মূলা, জহাচাউল বেচিবলৈ আশে-পাশে থকা গাৱঁৰ মানুহবোৰে আনিছিল। কিন্তু এতিয়া দেখিব সেই-বোৰ মানুহে কিনিবলৈহে আহে। বুইছে, আপুন থাকক—আপোনাৰ কাৰণে "ইস্পিচিয়েল" ব্যৱস্থা কৰা হব

কিন্তু মই নাথাকিলো। আগ-পিচ বহুত ভাবি যাবলৈকে ঠিক কৰিলো। এমাহ এইখন হোটেলত থাকিলে হয়তো মোৰ অসুখ হৈ যাব পাৰে। আহিবৰ সময়তো সোণজনী ওৰফে শ্ৰীমতীয়ে দঢ়াই দঢ়াই কৈ পঠিয়াইছে—ভাল হোটেলত থাকিব। ভালকৈ খাব। নতুন ঠাই, চাই চিটি ফুৰিব। অসুখ হলেই মোলৈ তাঁৰ কৰিব। ইত্যাদি এশ এবুৰি উপদেশ। বন্‌জনৰ গা অসুখ নোহোৱা হলে লগতে আহিবলৈকে ওলাইছিল। মইহে কোনো ৰকমে বুজাই-বঢ়াই থৈ আহিছো। আচলতে সোণজনীৰ কথা ৰাখিবলৈকে মই এইখন হোটেলৰ পৰা যাবলৈ ওলালো। নহলে হোটেলখনৰ গতি-বিধি এটা লক্ষ্য কৰাৰ ইচ্ছা হৈছিল। নিংনাক একাপ চাহ আনিবলৈ কলো। লগে লগে ছোৱালীজনী সোমাই আহিল। মুখ-খনত এটা লাজ আৰু দুখৰ মলিনতা। মোৰ পিনে চাই কলে—যাবলৈ ওলালে নেকি? যাওঁক, আপোনাৰ দ'ৰ মানুহ এইখন হোটেললৈ আহিলে কেতিয়াও থাকিব নোৱাৰে বুলি মই জানো? কিন্তু আপুনি আমাৰ বদনাম নকৰে যেন, এয়ে আপোনাৰ ওচৰত মোৰ অনুৰোধ। দেউতাৰ গাত একো দোষ নাই। তেখেতে এইখন ব্যৱসায় লৈয়েই আমাক দহোটা প্ৰাণীক পোহপাল দিব লাগে। মই হোটেলত ভাত বিলালে মানুহে মোৰ বদনাম কৰে। কিন্তু উপায় নাই! মোৰ আকৰ্ষণতেই যি দেউতাই দুই চাৰিটা গ্ৰাহক পায়। কালি যে দেখিছিল তাচ খেলি থকা মানুহ কেজন—সিহঁত পুলিচ। বাইদেউ আৰু মোৰ আকৰ্ষণতেই ইয়াত আহেহি। আপুনি ইয়াৰ পৰা গৈ আন এখন হোটেলত হয়তো থাকিব। তাত যেন আমাৰ হোটেলখন বেয়া বুলি আলোচনা নকৰে। নকৰে বুলি অৱশ্যে মোৰ বিশ্বাস জন্মিছে আপোনাৰ ওপৰত। কিছুমা সন্ধাওতেই চুমা নোখোৱা প্ৰথম মানুহ মই আপোনাকেই পালো।

আপুনি ভাল মানুহ বুলি মোৰ সেয়ে বিশ্বাস হৈছে। কথাখিনি কৈ ছোৱালীজনী পুনৰ ভিতৰ সোমাল।

এইবাৰ নিংনাৰ লগত পুনৰ মালিক সোমাই আহিল। মই যোৱাটো খাটাং বুলি জানি মোৰ ওচৰতে বহিল। মই চিগাৰেট এটা আগবঢ়াই দিলো। চিগাৰেটটো লৈ মোক কলে, ইমানকৈ কোৱা স্বত্বেও আপুনি যাবলৈ ওলালে। যাওক বাৰু। কিন্তু আপোনাৰ ওচৰত এটা অনুৰোধ থাকিল কতো যেন মোৰ হোটেল-খনৰ বদনাম নকৰে। আপোনাৰ দৰে মানুহ এইখন হোটেলত নাথাকে বুলি মই জানো। তথাপি চেষ্টা কৰিছিলো আপোনাক ৰাখিবলৈ। আপুনি বাৰান্দাত বহি থাকিলে আপোনাক দেখি আৰু দুই-চাৰিজন তেনে গ্ৰাহক আহিলহেতেন। আপোনাৰ দৰে মানুহ অৱশ্যে মোৰ হোটেললৈ নাহেই। বেছিভাগ ড্ৰাইভাৰ, হ্যাণ্ডিম্যান, পুলিচ আৰু মৰাপাত, ধপাত বেপাৰী। তেওঁলোকে আপোনাৰ দৰে মিলক বদনাম কৰিবলৈ সময়েই নাপায়। ভোকত তৎ নপোৱা হৈ আহি কেৱল হমৰ হমৰ কৈ খাই গুচি যায়। বেচেৰাহঁতক লৈয়ে মই জীয়াই আছো বুলি কৈ পুনৰ তেওঁ বাহিৰলৈ উঠি গ'ল। বাহিৰত গৈ নিংনাক কিবা এটা কৈ পুনৰ মোৰ ওচৰলৈ আহিল।

"ইতিমধ্যে মানুহজনৰ প্ৰতি মোৰ এটা সহানুভূতিও আহি পৰিছিল। কিয়নো অকপট চিত্তে মোৰ আগত সকলোবোৰ কথা ভাঙি পাতি কৈছে। এটা অহৈতুকী লাজৰ অৱৰণেও মোৰ মুখ খনত বিৰাজ কৰিলে। মই তল মূৰকৈ হাঁহি থাকি তেওঁৰ কথাবোৰ মাত্ৰ শুনি থাকিলো। তেওঁ পুনৰ কলে—আপুনি দেখাত ভদ্ৰ আৰু শিক্ষিত মানুহ যেন লাগিছে। মোৰ দৰে এই হোটেলৰ মালিক বিলাকক গালি পৰাতকৈ চৰকাৰক গালি নাপাৰে কিয়? সেইখিনি তেজ বোধ হয় গাত নাই। পাবলিকক যে চাউল চেনি লুকুৱাই থৈ, তেলত পানী মাৰি, হালধিত ইটাৰ গুৰি মিহলি কৰি, ডাইলত শিল গুটি মিহলাই মাৰিব লাগিছে, সেইবোৰ আপোনাৰ চকুত নপৰেনে? বজাৰত সস্তাত বস্তু পালে মোৰ হোটেলৰ জানো এই অৱস্থা হয়। এইবোৰৰ খবৰ কৰিবচোন।

মালিক থিয় হ'ল। ভিতৰৰ পিনে গলটো বেকা কৰি চিঞৰ এটা মাৰিলে—জ' আই ভাগ্যলক্ষী, এখেতৰ বিলখন দি গইচাখিনি

ৰাখিবি। আৰু মোৰ পিনে চাই কলে—বাৰু নমস্কাৰ, একো বেয়া নাপাব। প্ৰতি নমস্কাৰ এটা দিলো। কিন্তু বৰ লাজ লাগিল। ভগ্যলক্ষ্মী সোমাই আহি বিলখন দিলে। চাহে-ভাতে দুই টকা, চিট ৰেণ্ট এটকা মুঠ তিনি টকা। পাঁচটকীয়া নোট এখন উলিয়াই দি বাকী দুই টকা ছোৱালীজনীক ৰাখিবলৈ কলো। তাই হাঁহি এটা মাৰি নমস্কাৰ এটা দিলে। শেষবাৰৰ কাৰণে ছোৱালীজনীৰ মুখখনলৈ চালো—সচাঁই তাই ভাগ্যলক্ষ্মী। মোৰ অনুমান হ'ল—নহয় বিশ্বাস হল এইজনী ভাগ্যলক্ষ্মীৰ কাৰণে কিজানি এইখন হোটেল বাচি আছে—আৰু বাচি আছে দহোটা প্ৰাণী। ভাগ্যলক্ষ্মীয়ে কলে—আকৌ কেতিয়াবা আহিব।

এটা অৰ্থহীন অপমানত মোৰ মনটো কোচ খাই গল।

দুৱাৰ মুখত থিয় দি নিংনাক এখন ৰিক্সা মাতিবলৈ কলো। দেখিলো—মালিক আৰু নিংনা দুয়ো গ্ৰাহকক কেনভাচ কৰাত ব্যস্ত—আহক আহক বাবু ইয়াত ভাল খোৱা পাব। লক্ষ্য কৰিলো—যিবোৰ মানুহক বাবু বুলি মাতিছে সেইবোৰ বজাৰ কৰিবলৈ অহা নেপালী, কছাৰী মানুহ, কান্ধত একোখন বস্তুৰ ভাৰ।

নিংনাই ৰিক্সা এখন মাতি আনি বেডিংখন তুলি দিলে। তাক এটা টকা বক চিচ দিলো সি এশবাৰমান চালাম কৰি কলে বাবু কেতিয়াবা আহিব। আৰু কেতিয়াবা নহয়—নিংনা আৰু ভাগ্যলক্ষ্মীৰ কাৰণে মোৰ এতিয়াই নেযাবৰ মন গৈছিল—কিন্তু সোণজনীৰ কথা মনত পৰি ৰিক্সাৱালাক যাবলৈ কলো।

ৰিক্সাৰ পদ্দাখন এবাৰ দাঙি ঘূৰি চাই দেখিলো—ৰাতিৰ বিজুলী লাইটৰ পোহৰতকৈ বেলিৰ পোহৰতকৈ ভাগ্যলক্ষ্মী হোটেলৰ চাইন বোড খন যেন কিছু ম্লান হৈ পৰিছে।

কিন্তু আজি বহুদিনৰ পিছত মই জানো ভানো ভাগ্যলক্ষ্মী হোটেলৰ বদনাম কৰিলো ?

—০—

# লোহিতদাৰ ভনীয়েক

পিছতহে জানিলো তেওঁ লোহিতদাৰ ভনীয়েক বুলি।

মানুহে সদায় তুলনা কৰিহে ভাল-বেয়াৰ বিচাৰ কৰে। জনতাৰ মন্ত্ৰী বিলাকৰ লগত আই কংগ্ৰেছৰ মন্ত্ৰীৰ তুলনা কৰি কোন ভাল, কোন বেয়া বিচাৰ কৰে। সেইদৰে অমুকজন বৰ সচিবক তমুকজন সচিবৰ লগত তুলনা কৰি তলতীয়া কৰ্মী সকলে সময় কটায়। তুলনা, এক অৰ্থত সমালোচনা আচলতে এটা পৰচৰ্চাৰ বস্তু। সৎ মানুহে কেতিয়াও পৰচৰ্চা নকৰে। কিন্তু ভাৰতবৰ্ষত এনে সৎ মানুহ আছেনে? সঁচাকৈয়ে নাই বুলি মই ডাঠি কব পাৰো। এইখন দেশৰ ৰাজনীতিবিদ, সাহিত্যিক, শিক্ষাবিদ, উচ্চপদস্থ চাকৰিয়াল সকলোৱে নিজ নিজ স্বাৰ্থৰ বাবে পৰচৰ্চাত লিপ্ত হৈ নিজৰ নিজৰ সুবিধাবোৰ আদায় কৰি লয়। এনে এখন দেশতে ময়ো জন্মগ্ৰহণ কৰি ইয়াৰ ব্যাতিক্ৰম হম কেনেকৈ। ময়ো মোৰ স্বাৰ্থৰ বাবেই লোহিতদাৰ ভনীয়েকক এফ চি আই অফিচৰ অঞ্জনা, ডি টি অফিচৰ প্ৰেমলতা, চেক্ৰেটাৰীয়েট বিল্ডিঙৰ মীৰা আৰু ইন্সপেক্টৰ অফিচৰ লাৱণ্যহঁতৰ লগত তুলনা কৰিছো।

নাৰী জাতিৰ ব্যৱহাৰ, কথা-ৱতৰা, মাত-কথা, চলন-ফুৰন সততে মধুৰ, মাৰ্জিত, লাৱণ্য হব লাগে। তুমি নাৰী হৈ যতেই নাথাকা—তোমাৰ কৰ্মই মানুহক শিকাব লাগে যে তুমি মহিমাময়ী নাৰী। অফিচত চাকৰি কৰিছা বুলিয়েই তুমি ঘৰত থকা মহিলা সকলতকৈ কিবা বেলেগ হলানে? সেই কাৰণেই অহংকাৰ, গৰ্বত তোমাৰ মুখখন ফুলি থাকিব লাগিবনে? কিন্তু ওপৰত উল্লেখিত আই সকলে তেনেকৈয়ে ভাবে। তেওঁলোকে নিজকে কিবা বিশেষ নাৰী বুলি অনুভৱ কৰে। সাধাৰণ মাত-বোল কৰা, নীৰিহ লোক

কিবা কাম কাজত তেওঁলোকৰ ওচৰলৈ গলে সামান্যতম সুব্যৱহাৰ খিনি দেখুৱাবলৈ ইচ্ছাবোধ নকৰে।

খাদ্য নিগমৰ অফিচলৈ গৈছিলো। তাতেই লগ পাইছিলো অঞ্জনাক। সম্পূৰ্ণ নাম অঞ্জনা চলিহা। বৰ পায়তাৰাত থাকে। মুখমণ্ডলত সুগন্ধিযুক্ত গুড়ি, স্নো, কাজল, লিপষ্টিক ইত্যাদি সব ঘহে। চুলিবোৰ ঘনচিৰিকাৰ বাহৰ দৰে যত্নসহকাৰে ভোবোৰা কৰি ৰাখে। আমাৰ গাঁৱৰ কৌশল্যা, সাবিত্ৰী বাউদেউহঁতৰ দৰে অঞ্জনাহঁতে চুলিত জপজপীয়াকৈ নাৰিকেলৰ তেল নঘহে। তেওঁলোকে ঘহা তেলবোৰৰ নাম চেম্প'। স্পিৰিটৰ দৰে চুলিত দিয়াৰ লগে লগেই শুকাই যায়। গলত এডাল কলা সূতা মেৰিয়াই থয়। নখত ৰঙা ৰং। অঞ্জনাৰ পিন্ধা কাপোৰবোৰ অনা অসমীয়া। অতি পাতল আৰু মিহি—প্ৰায় উৰা জাহাজত মুখ মচিবলৈ দিয়া কাগজখনৰ দৰে। সুউচ্চ বুকুখন ঢাকিবলৈ অতি সামান্যতম বলাইজ এটা ব্যৱহাৰ কৰিছে। কাষলতিৰ তলৰ নোম, পেটৰ অধিকাংশ, পিঠিৰ বহলাংশ হিন্দী চিনেমাৰ অভিনেত্ৰীহঁতৰ দৰে ফুট ফুটিয়াহে ওলাই থাকে।

গৈয়েই তেওঁক লগ পালো, পায়েই সুধি পেলালো : নিপনদা কত বহে কবনে? তেওঁ ৰাতিপুৱা টোপনি ভাঙি দিয়া ঘৰৰ চাকৰক ধমকনি দিয়াৰ দৰে মোক কলে : নেম প্লেট পঢ়িব নাজান নেকি? মই হাতৰ চাহ কাপ পৰি ভাঙি যোৱা চাকৰৰ দৰে নাভ।চ হৈ এফালৰ পৰা নেমপ্লেটবোৰ পঢ়ি যোৱাত লাগি গলো। নিপনদাৰ পৰা পিছত জানিলো তেওঁৰ নাম কুমাৰী অঞ্জনা চলিহা। নিপনদাই অৱশ্যে বাৰে বাৰে মোক সুধিছিল কিয় অঞ্জনাৰ নাম সুধিলো বুলি। মই তেওঁৰ আগত তাইৰ ব্যৱহাৰৰ কথা লুকুৱাই ৰাখিছিলো। মাথো মনৰ ফলিত তইৰ কথাখিনি লিখিছিলো। নাৰী জাতিৰো এনে অসৎ আচৰণ হব পাৰে?

আভীৰ টেক্স দিবলৈ যাওঁতে লগ পাইছিলো প্ৰেমলতাক। আগতে দিয়া টেক্স নিদিয়া বুলি বৰ কেৰেনীয়ে কলে। মই নৈতিক চৰিত্ৰৰ ফালৰ পৰা অতি বলবান। সেই কাৰণেই আত্ম বিশ্বাস মোৰ অতি গভীৰ। টেক্স যে দিছো এই সম্পৰ্কে মই অতি দৃঢ়।

বৰ কেৰেনীয়ে কলে : আপোনাৰ ওচৰত যদি কিবা প্ৰমাণ আছে লৈ আহি দিজিং এচিচেণ্টন টক দেখুৱাব। দিজিং এচিচেণ্টণ্ট প্ৰেমলতা। নামটোহে প্ৰেমলতা। অন্তৰত কিন্তু কাৰো প্ৰতি প্ৰেম নাই। তামোল খাই মুখখন ফেদ্‌ফেদীয়া কৰি ৰাখে। ভিতি আৰু কাণৰ তলত মলি নাকৰ সেঙুন, নখৰ মলি দেখিলে বমি হব খোজে। দেখিলে অনুমান হয় যেন এখনি পুৰণি ট্ৰাক, কোনো ৰকম চলি আছে।

পিছদিনা বিচিপ্তখন আনি প্ৰেমবাইদেউক ক'লো : বাইদেউ নমস্কাৰ। তেওঁ মুৰ তুলিয়েই নাচালে কোনে নমস্কাৰ দিলে। মই আকৌ কলো ঃ বাইদেউ মোৰ এইখন চাওঁকচোন। যোৱা বছৰৰ মাচ ৰ কোৱাৰ্টাৰৰ টেক্স নিদিয়া বুলি কৈছে। মইতো দিছো। এয়া মানি বিচিপ্ত লৈ আহিছো। আপুনি কাইন্দলি চাই দিয়কচোন। প্ৰেম বাইদেৱে মুৰ তুলিয়ো নাচালে, হা-না একেবাৰেই নকলে। তৃতীয়বাৰ আকৌ অনুৰোধ কৰিলো : হেৰি বাইদেউ, মোৰ দেৰি হৈছে, এইখন চাই দিয়কচোন। এইবাৰ তাই চাৰ্কাচৰ গাড়ীখনে জাপ মাৰি খাৱৈ এটা পাৰ হোৱাৰ দৰে--ফাইলৰ ওপৰেৰে জাপ মাৰি পাৰ হৈ আহি কাউণ্টাৰৰ ওচৰ পালে আৰু শক্তি-শালী ভাষাত মোক কলে ঃ আপোনাৰ মানি বিচিপ্ত পৰীক্ষা কৰিবলৈ মই ইয়াত বহি থকা নাই নহয়। মই চাৰিত শৌচ কৰা ছুলিৰ দৰে সেমেনা-সেমেনি লগালো। শিঙি মাছৰ দৰে কলা পিয়ন এটাই মোৰ কাণত ফুচ ফুচাই কলে . টকা ছয়টা দিয়ক, বাইদেউৰ পাঁচ মোৰ এক, কামটো কৰি দিম। ৰেজিষ্টাৰ ৰেকড ৰুমত আছে, মইহে আনি দিব লাগিব। বুইছে সন্ধিৰ বাহ বুদ্ধিৰে কাটিব লাগিব।

পিয়নে মোৰ পিনে চাই এনে এটা ইঙ্গিত সুচক হাঁহি মাৰিলে যে মই শিঙিমাছৰ কাইটে বিন্ধাৰ দৰে অনুভব কৰিলো। প্ৰেম-লতাৰ পিনেও চালো। তেওঁ : কি চাইছে, দি দিয়ক, আজি চাহ একাপো খাবলৈ পোৱা নাই।

মই নিদিলো।

ইয়াৰ পিছত এদিন দিছপুৰৰ মীৰা বৰুৱাক লগ পালো। তেতিয়া জনতা পাৰ্টি ৰ চৰকাৰে আমাৰ দেশ শাসন কৰিছিল।

কেৰাজনো ডেকা মন্ত্ৰী মোৰ বন্ধু। তাৰে এজনক লগ ধৰিবলৈ যাওঁতে লগ পাইছিলো মীৰাক। মীৰাৰ কাম আছিল মন্ত্ৰী মহা-পুৰুষ সকলক দেখা কৰিব'লৈ যোৱা অধম মানব সকলক পাৰমিট দিয়া। মীৰা বেছ দেখনিয়াৰ ছোৱালী। মুখখন তেজাল। চুলি কেইডালেৰে দুটা খোপা বান্ধে। ভালেখিনি সময় থিয় হৈ থকাৰ পিছতো তেওঁ এবাৰো নুসুধিলে কাক, কি লাগে বুলি। অৱ-শেষত তেওঁক চিঞৰি চিঞৰি মাতিব লগীয়া হ'ল, কাৰণ তেওঁ নিজৰ আসন এৰি আন এঠাইত আড্ডা/চুপতি/গাজা মাৰি আছিল। তেওঁ-হাঁহাকাৰ কৰা ছাত্ৰক/ছাত্ৰীক কড়া হেড মাষ্টৰণীয়ে বেত লৈ খেদি অহাদি মোৰ ফালে চোচা মাৰি আহি কলে : কি লাগে? কি লাগে?? এতিয়া নহব। বহুত মানুহ আছে। এতিয়া লাঞ্চ টাইম। পিছত, পিছত।

পিছত প্ৰসন্নৰ পৰা খবৰ কৰি জানিলো তেওঁৰ নাম মীৰা মজুমদাৰ। তেতিয়াৰ দৃশ্যটো এনে লাগিছিল যেন মই ভিক্ষা কৰিবলৈ অহা এটা ভিক্ষাৰীকহে ভিক্ষা নিদি খেদি পঠিয়ালে।

ইয়াৰ পিছত লগ পালো লাৱণ্য কাকতীক। হেড্ এচিচ-টেণ্ট দাসে কলে : আপোনাৰ কামটো মিচ লাৱণ্য কাকতীয়ে কৰিব, তেওঁৰ ওচৰলৈ যাওক। লাৱণ্যক নমস্কাৰ এটা দি কলো : আপুনি মিচ কাকতী হয়নে? লাৱণ্যই চকুৰ চেলাউৰি কোচাই উত্তৰ দিলে অ কি হ'ল? মই মোৰ কামটোৰ কথা খুব নম্ৰ-ভাবে ব্যক্ত কৰিলো। তেওঁ যেনে ৰূঢ়তাৰে উত্তৰ দিলে মই আৰু পুনৰাই তেওঁৰ ওচৰত থকা টানেই হৈ পৰিল। তেওঁ কলে : বৰো বাবুই কলেই হবনে? মই আপোনাৰ দৰ্খাস্তখন হাতত লৈ আছো নেকি? মানুহ বিলাক যে আৰু অফিচখনত সোমালেই কামটো হয় বুলি ভাবে, ইত্যাদি ধৰণে মুখখনেৰে ভদ ভদাই তাইৰ আসনৰ পৰা উঠি গৈ আন এজন কেৰেণীৰ লগত বহি আড্ডা মাৰিবলৈ ধৰিলে। মই গাড়ী ফেইল কৰা মানুহৰ দৰে অফিচৰ পৰা ওলাই আহিলো।

ইয়াৰ পিছত লগ পালো লোহিতদাৰ ভনীয়েকক। তেওঁক মই মি দাসৰ পত্নী বুলিয়েই জানো। মোৰ মনত আছে; তেওঁ কিন্তু মোক চিনি নাপায়। চিনাকি নিদিয়াকৈয়ে তেওঁৰ

ওচৰলৈ গৈ কলো ঃ আপুনি ইয়াত সাক্ষী হিচাপে চহী এটা দিলে মোৰ কামটো সোনকালে হৈ যায় , কষ্টৰো লাঘৱ হয় । তেওঁ কিবা লিখি আছিল । মূৰ তুলি মোৰ মুখলৈ চালে আৰু মিচিকিয়াই ভদ্ৰ হাঁহি এটা মাৰি কলে : আপোনাক চিনি নাপাওঁ, বিশ্বাসতে চহীটো দিলো বাৰু । সুন্দৰ ভাবে চহী এটা কৰি দিলে ।

মই সেইখন লৈ গৈ উপযুক্ত স্থানত দিয়াৰ পিছত মোৰ কামটো হৈ গ'ল । অফিচ বিলাকত এনেভাবে নিয়াৰিকৈ কামবোৰ কৰি আনিব পাৰিলে বৰ আনন্দ লাগে । কামটো কৰি উঠি পুনৰাই মই মিচেছ দাসৰ ওচৰত কৃতজ্ঞতা জনাবলৈ গলো । মই কলো অশেষ ধন্যবাদ । মোক চিনি নপোৱাকৈয়ে চহী এটা দিলে বিনাবাক্যব্যয়ে । আপুনি কিমান সৰলা । তেওঁ কলে ঃ আমি চৰকাৰী চাকৰি কৰিছো । জনসাধাৰণক বিশ্বাস নকৰিলে কেনেকৈ হব । তদুপৰি কামটোতো মোৰ অফিচৰে । মই কলো হয় সেইবাবেই আপুনি ধন্যবাদৰ পাত্ৰী । মই নিজ নিজ কামত বহুত অফিচলৈ গৈছো । অনেক মহিলা কৰ্মীক লগ পাইছো । কিন্তু তেওঁলোকক আপোনাৰ লগত তুলনা কৰিব নোৱাৰি । ভাৰত-বৰ্ষত আপোনাৰ দৰে কৰ্মী হোৱা হলে অফিচবোৰৰ যথেষ্ট উন্নতি হ'লহেতেন । অন্ততঃ ভেটি খোৱা প্ৰথাৰ নিমূ্ল হ'লহেঁতেন । এতিয়া এটা সাধাৰণ কামৰ কাৰণেও অফিচৰ কেৰেণী বিলাকে ভেটি খায় । দেশৰ কি উন্নতি হব । তেওঁ কলে ঃ এৰা, আমাৰ কৰ্ত্তব্যজ্ঞান কমি গৈছে । আমি খকুৱা হৈ পৰিছো । ফলত পাব্লিকে আমাৰ পৰা যথেষ্ট অসুবিধা ভোগ কৰে ।

শেষত তেওঁক মোৰ পৰিচয় দিলো ঃ আপুনি বোধহয় মোক চিনি পোৱা নাই । মই মিঃ সুনীল চৌধুৰী । আপোনাৰ মিষ্টাৰৰ মই পৰম বন্ধু । তেখেতক মোৰ কথা কব । তেওঁ মোক নমস্কাৰ এটা দি কলে : আপোনাৰ কথা মোক কৈছিল । বেয়া নাপাব, অজানিতে আপোনাৰ কিবা অপৰাধ কৰিব পাৰো । তেওঁক ধন্য-বাদ জনাই মই বিদায় ললো ।

এদিন মি দাস আৰু মিচেছ দাস দুয়োকে বজাৰত লগ পালো । তেখেতে দেখিয়েই মোক সাবট মাৰি ধৰি কলে ঃ বহুত দিন আপোনাক লগ পোৱা নাই । আহক, চাহ দোকানলৈ যাওঁ,

তাতে কথা পাতিম। ওচৰতে থকা এখন মাৰোৱাৰীৰ দোকানলৈ সোমাই গলো।

তাতেই চাহ খাই থাকোতে কথাই কথাই জানিলো দাসৰ পত্নী লোহিতদাৰ ভনীয়েক বুলি। মই জপিয়াই উঠিলো: আৰে লোহিত-দাৰ ভনীয়েক। ইমানদিনে মই কিয় জনা নাছিলো? ঠিকেই, যি লোহিতদাই নিজে নাখাই আনক খুৱাইছিল, আনৰ বেমাৰীক চিকিৎসাৰ নিমিত্তে নিজৰ পৰা পা পইচা খৰচ কৰিছিল, সমাজৰ কামত দিনে-নিশাই কঠোৰ পৰিশ্ৰম কৰিছিল, দুখীয়া গৰীবৰ ছাত্ৰক পঢ়িবলৈ কিতাপ কাগজ কিনি দি সহায় কৰিছিল সেই লোহিতদাৰ ভনীয়েক বেয়া হব পাৰে নে? এৰা মানুহক বংশ গৌৰবেহে মহীয়ান কৰে।

মই আকৌ কলো: তদুপৰি বিয়া কৰাইছে কোনে? মি: দাস। যাৰ চাকৰি জীৱন গৌৰৱেৰে ভৰপুৰ। তেখেতৰ লগৰ কত এচ ডি চিয়ে গাড়ী কিনিলে, অট্টালিকা সাজিলে। কিন্তু তেখেত এতিয়াও ভাৰা ঘৰত থাকে।

প্ৰকৃত দৰমহাৰে কোনো চাকৰিয়ালে গাড়ী ঘৰ কৰিব নোৱাৰে। সঁচাকৈয়ে প্ৰত্যেক চাকৰিয়ালে নিজৰ কৰ্তব্য ঠিকমতে কৰা হলে, নিজৰ দৰমহাৰ পইচাৰে সৎভাবে চলা হলে দেশখনত অভাৱৰ অপায় অমঙ্গল নহলহেঁতেন।

পৰস্পৰে নিমন্ত্ৰণ কৰি শেষত আমি বিদায় ললো।

—০—

# পেখন

ৰাতি বকুলৰ তলত বহোতে মানুহ বিলাকে যেতিয়া কথাটো তেওঁৰ কাণত পেলাইছিল, শিশুৰামৰ মনটো আনন্দত কিবাখন লাগিছিল। গাৱঁৰ মানুহৰ বাবে আৰু শিশুৰামৰ বাবেও এইটো বৰ ডাঙৰ খবৰেই। গাৱঁৰ এটা ল'ৰাই ভাল কাম এটা কৰা মানে গাৱঁখনৰে নাম। শিশুৰামৰ গৌৰৱ—গাৱঁখনৰ এই নাম উজ্বল কৰা এই ল'ৰাটো কাৰ? তাৰ নিজৰ। বকুলৰ তলৰ পৰা ফুৰি আহি ৰাতি ভাত খাওঁতে শিশুৰামে অহল্যাক কলে ডাঙৰ বোপা বোলে কিবা অফেচাৰ হৈছে। কাইলৈ মই এবাৰ আহিমগৈ। ঘৰত কিবা কিবি আছেনে? অহল্যাই মুখেৰে একো নামাতিলে। কিন্তু নিমিষতে কি আছু—হিচাপ এটা কৰি পেলালে। তাৰ পিচত কলে নিলেতো সবেই আছে; কিন্তু কিবা যে হোৱা বুলি কলা—সেইবোৰ হোৱাৰ পিছত এইবোৰ খাবনে?

প্ৰসন্ন শিশুৰামৰ ডাঙৰ ল'ৰা। গাৱঁৰ মানুহে পৰ্‌খাম, পৰখাম বুলি মাতে। চাৰি পাঁচখনমান স্কুল বগাই বগাই হাই-স্কুলৰ শেষ পৰীক্ষা তিনিবাৰ দিয়ো উত্তীর্ণ হব নোৱাৰাত প্ৰসন্নই গাওঁ এৰিছিল। তাৰ পিছত টাউনত গৈ কোনোবা হেড্‌মাষ্টৰৰ তলত চাকৰ খাতি, ভগৱন্ত প্ৰভুৰ করুণা গুণে "খাতিৰত মেট্ৰিক" পাছ কৰিলে। ভাগ্যলক্ষী সুপ্ৰসন্ন হ'ল—সমবায় বিভাগত চাকৰি পালে। মানুহক 'লোণ' দিয়া চাকৰি। বৰ খাতিৰ। টকা-পইচাৰ উপৰিও বস্তু পোৱা চাকৰি। শিশুৰাম আৰু অহল্যাৰ সুখ হ'ল। মাহত চাৰিবাৰ ঘৰলৈ আহে। শনিবাৰে আহি মঙ্গল-বাৰে যায়। অহল্যা আৰু শিশুৰামে দেবতা অহা যেন দেখে। দগ্‌ৰি খুৱায়। পুৰৈ শাক, কাচ কল, মহানিম, ভেদৈ লতা, কচুৰ পেটা, তিয়হৰ ফুল পোণা মাছেৰে ভজা,

পোণা মাছ পাতত দিয়া, পাৰ চৰাই মাটি মাহেৰে ৰন্ধা, সৰিয়হ দিয়া পচলা, কঠালৰ গুটি ৰঙা লাউৰ আগ খাৰ দিয়া, মৰাপাটৰ আগ গাঠি দি ভজা, পদিনা আৰু নৰসিংহ বটা, খেচাৰীৰ ডাইল কেঁচাই পিহি কেঁচাজলকীয়া নহৰু আদা আদিৰে সনা, বগা সৰিয়হ বটা ইত্যাদিবোৰ প্ৰসন্নৰ বৰ প্ৰিয়। অহল্যাই এইবোৰ গোটাই প্ৰসন্নক ৰান্ধি দিছিল। কিন্তু বিয়াৰ পিছৰ পৰা প্ৰসন্নই এইবোৰ এৰি দিলে। চহৰৰ মানুহে বিশেষকৈ অভিজাত শ্ৰেণীৰ মানুহে এইবোৰ নাখায়। হলেও মাকৰ মন। প্ৰসন্নৰ কথা কওঁতে অহল্যাৰ এইবোৰ কথা মনত পৰিল।

এইজন প্ৰসন্ন এইবাৰ অফিচাৰ হ'ল। শিশুৰামে কথাটো শুনিলে নবীনৰ পৰা। নবীন ভাং ধৰা পুলিচ। মাহত একবাৰ সদৰত যায়। তাতে লগ পায় প্ৰসন্নক। প্ৰসন্নৰ ঘৰত নবীন ৰাতি থাকে। গাৱঁৰ মানুহক প্ৰসন্নই বে-আদৰ নকৰে। ভালদৰে সোধাপোছা কৰি পঠাই দিয়ে। নবীনকো তেনে বে-আদৰ কৰা নাছিল, কিন্তু আগৰ কেইবাৰতকৈ এইবাৰ অলপ বেলেগ আদব কায়দা। নবীনে আহি কথাটো গাৱঁত জাহিৰ কৰি দিলে। বকুলৰ তলৰ আড্ডাত 'পৰখন্ন'ৰে কথা চলিল। শিশুৰামে সেয়ে ৰাতি পুৱাই টাউনলৈ যোৱাৰ ঠিক কৰিলে। অহল্যাক পুতেক বোৱাৰীয়েকহঁতলৈ কিবা দিব পৰা আছে যদি ৰান্ধি থবলৈ কলে। খুব পুৱাৰ বাছখনতে যাব। গতিকে পুৱাই এইবোৰ কৰাৰ সময় নহব। অহল্যাই শলাগি থলে।

ফেহু চৰায়ে মতাৰ লগে লগে শিশুৰাম বিছনাৰ পৰা উঠি নধৰ-নপৰ লগালে। বাৰীৰ খালত গাটো তিয়াই আহি বেলৰ তলত সেৰা এটি কৰি ধুতিচোলা জোৰ পিন্ধিলে। অহল্যাই ৰঙা চাহ এক বাটিত শুৰা সান্দহ পেলাই দি শিশুৰামক খাবলৈ দিলে। ধুতিচোলা যোৰ পিন্ধি থাকোতে অহল্যাই শিশুৰামক কলে অলাপ ভাল দেৰেচ কৰি যাবা। এতিয়া জলহ হৈ গুলালি সেহঁতে বয়া পাবো নহয়। শিশুৰামে হুঙ্কাৰ দি উঠিল : হু যি দেৰেচেই নকৰো, সবেই মোক পৰখন্নৰ পিতাক বুলি জাইনৱ। মোক তই শিখাবা নালগে নহয়, আগোৰ দিনোৰ এল পি পাছ।

দুদাল ফিটা লগোৱা থৈলাৰ বেগ এখনত অহল্যাই কিবা-কিবি

ভৰাই দিলে। ফিটা দুভালৰ এডাল চিঙা। শিশুৰামে চাদৰৰ পাৰি এটাৰে লৰালৰিকৈ গাঠি মাৰি লৈ মাদাৰ ইণ্ডিয়া' এটা মুখত দি, "ঘৰ দুৱাৰ ভালকৈ চাবি ঐ।" বুলি অহল্যাক কৈ বেগাবেগিকৈ চৰকাৰী আলিলৈ গ'ল। থিয় দিয়াৰ লগে লগে বাছো আহিল। বুঢ়া মতা হাঁহৰ দৰে কক-বক কৰি বাছৰ ভিতৰত থিয় হৈ থাকিল। তিনি ঘণ্টাৰ ৰাস্তা। এনেকৈয়ে যাব লাগিব। অসম প্ৰদেশৰ বাছবোৰৰ অৱস্থা এনেকুৱাই। ইয়াত নিৰ্জীৱ পদাৰ্থবাৰ সুখতে যাব পাৰে, জীৱবোৰৰহে আৰাই আথানি নাই। বাটত গাড়ী বেয়া হ'ল। তাতে থাকিল দুই ঘণ্টা। ড্ৰাইভাৰ, কণ্ডাক্টৰ আদিয়ে বিড়ি-চিগাৰেট খাওতে খাওতে এক ঘণ্টা। মুঠতে দুপৰীয়া প্ৰায় বাৰটামান বজাত শিশুৰাম প্ৰসন্নৰ ঘৰ ওলাল।

ঘৰ মানে একেবাৰে নিস্তব্ধ এটা পৰিবেশ। মানুহ-দুনুহ নাই যেনেই লাগে। শিশুৰামে প্ৰথমতে এটা ডাঙৰকৈ কাহ মাৰিলে। নাই কোনো শব্দ নাই। তাৰ পিছত গলখেকাৰি এটা মাৰিলে। নাই কোনো শব্দ নাই। শেষত পৰখান, অ' বাপা পৰখান আই, অ' আই বোৱাৰী তুহঁতা কুনো ঘৰত নাই নেকি হা" বুলি চিঞৰ বাখৰখন লগালে। শেষত পিছফালৰ কোনোবা এটা বাটেৰে বিমলা ওলাই আহিল। বিমলা প্ৰসন্নৰ ঘৰত কাম কৰা ছোৱালী। নাম্নাতাৰীৰ পৰা আনিছিল। আজি কেবা বছৰো ধৰি বিমলা আছে। এৰা দিয়া নাই।

বিমলাই শিশুৰামক চকুৰ আৰু আঙুলিৰে ইংগিত এটা দিলে চুপচাপে থাকিবলৈ আৰু তাইক অনুসৰণ কৰিবলৈ। বুঢ়াই তাকেই কৰিলে। তাই শিশুৰামক একেবাৰে পিছফালৰ ঠাই এডোখৰত নি বহুৱালে। তাতে সৰু বেঞ্চখন আৰু বেত বাঁহৰ দুটা মূঢ়া সদায় পৰা থাকেই। শিশুৰাম বেঞ্চখনতে বহিল আৰু হাতৰ বেগখন ওচৰতে থলে। বিমলাই ফুচফুচাই কলে: অ আতা, ইতা মানুহ আহিল্লি মুখেদি মাতিবা নালগে। বাহিৰোৰ কমত এটা বেল আছে। সেইটো হাতৰ বুঢ়া আঙুলিদি টিপা মাৰি দিলি ভিতাৰত পেঁট কৰি বাজি উঠে। তেতিয়াই আমি জানু যে কুন্বা মানুহ আহিছি আৰু তিতিয়াহে যায় দুৱাৰখান খুলি দেও। বিম-

লাই নি শিশুৰামক বস্তুটো দেখুৱাই দিলে। বুজাই দিলে চিপা এটা মাৰি। ভিতৰত শব্দ হ'ল। তেতিয়াই সাৰ পালে মালাই। প্ৰসন্নৰ পৰিবাৰ। আগতে মালতী আছিল। নগৰলৈ অহাৰ পাছত মালা হৈছে। মালাই বিমলাক দুৱাৰখন খুলি দিবলৈ কলে। বিমলাই কাণৰ কাষতে কলে যে গাৰ্ভৰ পৰা ককা আহিছে। মালাই বিৰক্তি এটা প্ৰকাশ কৰিলে আৰু সুধিলে: কত বহিবলৈ দিছ? বিমলাই কলে বাহিৰোৰ বেঞ্চিত।

বিমলাই শিশুৰামৰ লগত কথা পাতিলে। বহুত কথা। তাইৰ মনৰ কথা। ইমান দিন বেতৰ জপাত সুমুৱাই ৰাখিছিল। আজিহে যেন উলিয়াই দিলে। তাই কলে: আতা ইতো সব ব্লেগ। আগৰদৰে তই নাপাবি। লাহে লাহে সব বুজি পাবি বচোন, মই আগধৰি নকও। তই নিজেই বুজি পাবি। দাদা ইতো চাহাব হ'লতো, সব বদলিছি। কথাখিনি মনে মনে কাণৰ ওচৰত কৈ বিমলা গ'ল।

শিশুৰামৰ মনটো কিবা এটা অস্বাভাৱিকতাই জুমুৰি দি ধৰা যেন লাগিল। আগতেও সি এইখন ঘৰলৈ কেবাবাৰো আহি গৈছে। সি অহাৰ লগে লগে পুতেক বোৱাৰীয়েকে আঙুলি ধৰি তাৰ টোপোলা খুলিছিল। ভালে আছেনে, গাৰ্ভৰ খবৰ কেনে, মাটিখিনি ধনীৰামে চহাইছেনে, বাৰীত নাৰিকল, তামোল কিবা আছেনে ইত্যাদি খবৰবোৰ সুধিছিল। কিন্তু আজি শিশুৰামে লক্ষ্য কৰিছে—ইতিয়ালৈকে বোৱাৰীয়েকে তাক মাত দিবলৈকে অহা নাই।

মাত দিবলৈ মালা আহিল। প্ৰথমতে শিশুৰামে ধৰিব পৰা নাছিল কোন সেইজনী। পানীৰাম মহাজনৰ ছোৱালী মালতীক বোৱাৰী কৰি আনিছিল এইখন ঘৰলৈ। শিশুৰামৰ একমাত্ৰ পুত্ৰ প্ৰসন্ন। পানীৰাম মহাজনৰ একমাত্ৰ কন্যা মালতী। সাহে বজাৰ কন্যা বেউলা আৰু চন্দ্ৰধৰ সদাগৰৰ পুত্ৰ লক্ষীন্দৰৰ বিয়া পাতি দিয়াৰ দৰে পানীৰাম আৰু শিশুৰামে জীয়েক-পুতেকৰ বিয়া পাতি দিছিল। মালতীয়ে আহি ঘৰখন উজ্বলাই ছিল। দুমাহ পাৰ্ত্ত দুমাহ চহৰত থাকি দুয়োখন ঘৰ'ক আনন্দ দিছিল। অসমীয়া চাদৰ মেখেলা পিন্ধি, মুৰত ইষৎ ওৰণি টানি বোৱাৰী সুলভ চাল-চলনেৰে সকলোকে মোহিত কৰিছিল। কিন্তু আজি

মালতীক কি বাগত দেখিলে শিশুৰামে ?

মালতীয়ে কলে ঃ পিতা কেতিয়া আহিল ? শিশুৰামে সেপ চুকি কলে ইভে আইহলু আই। শিশুৰামে মালতীক যাত্ৰা পাটিৰ চোকৰা বুলি ভাবিছিল। কিয়নো মালতীয়ে ফ্ৰক জ'তীয় পোছাক এটা পিন্ধিছিল। পখৰা কাপাৰৰ ফ্ৰক। বুকুখন ফলা। তাক 'নাইটি' বুলি কোৱা হয়। শিশুৰামে লাজতে তলমূৰ কৰি থাকিল। মুখ তুলি বোৱাৰীয়েকৰ পিনে চাব নোৱাৰিলে। মালাই কলে ঃ পিতা আপুনি বহক। মোৰ খুব হেডেক হৈছে। অলপ চিজিপ কৰিছো। অই বিমলা তই খাবলৈ দিবি। মালা গৈ বিছনাত পৰিল। আচলতে তেওঁৰ হেডেক নহয়। ফিল্ম ফেয়াৰ, দেবোনাৰ, মাই মাই, চানডে আদি আ'লোচনীৰ ছবি চাই আছে আৰু যৌন-জীৱন, সুন্দৰ জীৱন, ত্ৰিশূল, বিস্ময় আদি নামৰ কিতাপ পঢ়ি আছে।

শিশুৰামে অশণ সকাহেই পালে। বোৱাৰীয়েকক তেনে অৱস্থাত চাবলৈ ভাল নাপালে শিশুৰামে।

বিমলাই শিশুৰামক খাবলৈ দিলে ঃ অ' আতা ভিতৰোত আহ্। ইফালেদি সুমে আহ, পিছ দুৱাৰেদি নি পাকঘৰত বহুৱালে। আয়নাৰ দৰে চকচিৰিয়া টেবুল আৰু চকি। তাতে বহি ভাত চাহ খায়। শিশুৰামৰ তাত বহিবলৈ ভালেই নালাগে। শিশুৰামে পীৰাত বহিবলৈ খুজিলে। বিমলাই কলে ঃ পীৰাত বহিলি বাইদেৱে বয়া পাবো। আজি-কালি কুনুই পীৰাত নবহে। উপায় নাপায় শিশুৰাম বহিল। কিন্তু তাতে বহিও শিশুৰামে শান্তি নাপালে। আভিজাত্য থকা মানুহে গৰীবৰ ঘৰত চকী এখনত বহিলে নিজৰ কাপোৰ-কানি লেতেৰা হব বুলি যেনেকৈ সন্ত্ৰস্ত হৈ থাকে, শিশুৰ মেও তেওঁৰ কাপোৰ কানিৰ ধূলি মাকতিৰ দ্বাৰা চকী মেজবোৰ বেয়া হব পাৰে বুলি তেনেকৈ সন্ত্ৰস্ত হৈ থাকিল।

বিমলাই ব্ৰেড–বাটাৰ জেলি আৰু কফি দিলে। জীয়া গছৰ এঠাবোৰ গছৰ শুকান পাতত পৰি যেনে থলথলীয়া হৈ থাকে, তেনেকৈ জেলিবোৰ কটিৰ ওপৰত জুলি আছিল। মাটিৰ কলহত শুকান কলপাতেৰে পোৱা পানীৰ গন্ধৰ দৰে কফি কাপ গোন্ধাইছিল। শিশুৰামে খাবলৈ ইচ্ছা কৰা নাছিল। কিন্তু বিমলাই কলে ঃ

অ' আতা খা, এতে ইতা এয়ে চলে। চামুচেদি কাটি কাটি খা। অ' আতা, কিমান দিন ভকা পিঠা, খলাচাপৰি পিঠা, চুঙা পিঠা, ককাল বান্ধা পিঠা কলপিঠা, বগ্নি চাউলোৰ পিঠা, লাউৰা গুৰা, গুৰা সান্দাহ, জুইলা মিঠে খাবা প নাই! এগ লাখানৰ নাম শুনলি মোৰ জিভাৰ পানী পৰে আতা।

শিশুৰামে খুব দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি'ল। বিমলাই কলে: অ' আতা তই গা ধু মই ভাত ঐলাও। বাহিৰোত গা নুধাবি, বাথৰুম আছে। তাতে ধুবি।

শিশুৰামে কলে মই গা নুধলিয়ো হবো দে। ঘৰত গাখ লি আইচু।

বিমলাই মালাক সুধিলে. বাইদেউ, আতাক কিহে দি দেও? মালা যি আছে তাকেই দিবি। আমি যি খাও তাকেই দিবি-- কেলেই সুধিছ, কাগফলীয়া চৰ এটা মাৰিম। ইচ টুপিট কৰবাৰ।

বিমলা বেণ্ডে মুতা গৰুৰ দৰে হ'ল। ভাত খাওতে শিশুৰামে কলে তহঁতেও এক্কেই খাহ না সদাই? মই আৰ ভথত খাইচুদেচু, ঘৰত হুলি বমি হ'ল হই। বিমলাই কলে মনে মনে থাক আতা, শুন লি বইক বো। পিছোত কম দে।

ভাত খাই উঠি তামোল খাওতে বিমলাই শিশুৰামক কলে: অ' আতা, সব বদলি গেছি, খৰা-লৰা, পিন্ধা-উৰা, কথা-বাত ৰা সব বদ লিছি। দাদা অফ্চোৰ হবাৰ পৰা চব বদ লিছি। আগতে আমাৰ খানা বৰ ভাল আছিল। দাদা অফিচত যাওঁতে ভাত খাই গেছিল, ইতা নাযে। দাদা ভাত খাই গেলি আজা-তাজা বহুভখিনি বান্ধা গোছিল। ইতা দাদাই অফিচত যাওঁতে ভাত খাই নাযে। তাতে বুলে কিবা ''লাচ'' খাই। বৰ বুলে ভাল খানা। দাদাই এতে নাখে কুন থি দিনোত আমি যি পাওঁ তাকে মট্কা মাৰি খাওঁ।

শিশুৰামে এটা দীঘল হুমনিয়াহ এৰিলে। বিমলায়ো! তামোল এখন কটাৰীৰে ককি, পাণ, চুণ আদি যতনাই তামোলখন শিশুৰামৰ হাতত দি বিমলাই কলে অ' আতা, দাদা সেই অফ্চোৰ হবাৰ পৰা আমাৰ বৰ বয়া হৈছি। আগতে খানা চানা, কথা-বাত্ ৰা কি ধুনীয়া আছিল; ইতা সব বদ্লি গেছি। মোৰ ইতা ভাতে

পেটেই নভাৰে। দাদাই তাতে দুটামান বাজাত পেট ভতি কৰি খাই আহে। ৰাতি ভখ্ নাই বুলি কয়। সেই কুন থি ৰাতিও মত কা মাৰি থও। তাতকৈ দাদা অফেচাৰ নহই ভাল আছিল। এটা দীঘল হুমুনিয়াহ এৰিলে বিমলাই।

শিশুৰামে ভুতৰ সাধু শুনা ল'ৰাৰ দৰে চকু থিৰ কৰি, কাণ থিয় কৰি বিমলাৰ কথাবোৰ শুনি থাকিল। একো উত্তৰ বা মতামত নিদিলে।

গধূলি প্ৰসন্ন আহিল। আহাৰ মাহৰ মেঘৰ গাজনিৰ দৰে শব্দ কৰি দুচকীয়া গাড়ী এখনত উঠি আহিল। ৰাস্তাৰ ব্যানপাৰ্টি বজাই অহা দৰাঘৰীয়া চাবলৈ যেনেকৈ ল'ৰা-ছোৱালী দৌৰি যায় তেনেকৈ বিমলাই দৌৰি গৈ গেটখন খুলি দিলে। প্ৰসন্ন একেবাৰে বাৰান্দালৈকে গাড়ী চলাই আহিল। শিশুৰামে চাৰ্কাচ চোৱা মানুহৰ দৰে 'হা' কৰি পুতেকৰ ফালে চাই থাকিল। গাড়ীখন ভিতৰ সুমুৱাই থৈ প্ৰসন্ন পোনে পোনে শোৱনি কোঠালৈ সোমাই গ'ল। মালা তেতিয়া আয়নাৰ ওচৰত বহি মুখ ফলিয়াই আছিল। মালাক মনে মনে সুধিলে: বাবা কিমান টাইমত আহিছেহে? মালাই সৰু আঙুলি এটাৰে কপালত সেন্দুৰৰ ফোট এটা মাৰি আইনাৰ প্ৰতিবিম্বত প্ৰসন্নৰ মুখৰ পিনে চাই উত্তৰ দিলে: আজতাৰ নুনত আহিছে।

তাৰ পিছত প্ৰসন্ন দেউতাক শিশুৰামৰ ওচৰলৈ গ'ল আৰু: সুধিলে পিতাই, তই কেতিয়া আহি পালি? শিশুৰামে কলে: অ' দিপ ৰাতে আহি পাইছু অ' বাপা। মায়েৰে বৰ দুখ কৰি থাকে, বোলে আপা-আপী জোৱা বহুত দিন আহাও নাই, ঘৰৰ বস্তু গিলাখান পচিও যায়—তাকে দি আহিলি হয়। আৰু বুলে তই কিবা অফেচাৰ হৈছা, পাৰ্ত গতাই কহান-বহান। তাৰো খবৰ কৰিম বুলি আইহলু।

এই বুলি কৈ শিশুৰামে মোনাখনত নিয়া বস্তুবোৰ তেতিয়াহে উলিয়ালে। পকি অপক হোৱা কেইটামান মনোহৰ আৰু ভীম কল, কেইটামান পকা আম, কেইটামান কৰ্দৈ ভিচফল, পাণ-তামোল, অলপ গুৱা সান্দহ, নাৰিকল এটা, দুটা তিয়'হ, কণী দুটা ইত্যাদি।

প্ৰসন্নই ভেকাহি এটা মাৰি কলে ঃ পিতাই তই এইবোৰ বস্তু কেলেই বৈ আনিছ । এইবোৰ কোনে খাব ? আজি-কালি আমি এইবোৰ বস্তু নাখাওঁ নহয় । ইয়াত একো ভিটামিন নাই । আপেল আঙুৰ, মালভোগ কল আদি ভাল ফ্ৰুটচ খাব লাগে । এইবোৰ ঘেমাৰৰ বাহ—মিছা মিছি কঢ়িয়াই আনিছ ।

শিশুৰামৰ মনটো বিষাদেৰে ভৰি গ'ল । মোনাৰ পৰা উলিয়াই দিয়া বস্তুবোৰ আকৌ এটা এটাকৈ সুমুৱাই থলে । মোনাখনৰ মুখখন ৰচি এডালেৰে ভালদৰে বান্ধিলে আৰু পাকঘৰৰ চুক এটাত সুমুৱাই থলে ।

প্ৰসন্নক ঘা-যোগৰ দি বিমলা ৰন্ধনশালত সোমাল । বৰ গৰম হ'লেও সিদিনা ৰাতি আছিল শুক্ল পক্ষৰ দশমীৰ ৰাতি । দুই এজাক বতাহ বলি ঠাইখিনি শীতল কৰি ৰাখিছিল । শিশুৰামে বাহিৰতে বহি বহি কথাখিনি ভাবি থাকিল । প্ৰসন্নই এই ছেগতে বিমলাক কলে, পিতাই দুটা দিম আনিছে নহয় । সেই দুটা উলিয়াই আনি অমলেট কৰিবি ।

লাহে লাহে প্ৰসন্নৰ ঘৰত পদাপন কৰিলে শশধৰ, প্ৰদীপ, অঞ্জন কুমাৰ আৰু সমৰ নাথ । মালাই চাৰিকাপ কফি আৰু পাঁচটা খালি গিলাচ দিবলৈ বিমলাক অৰ্ডাৰ দিলে । শশধৰহঁতে বেছি পলম নকৰিলে । আৰম্ভ কৰি দিলে । সমৰ নাথে আজি নতুন তাচ এজোৰ আনিছে । খেলি ভাল লাগিব । খুচুৰা পইচাও আজি ঢেৰ আনিছে । বেছ কিছু সময় খেলিব ।

বিমলাই শিশুৰামক কলে ঃ অ' আতা, ভাত হৈছি, ইতে খাবিনা ?

শিশুৰাম ঃ বাপাহাতে ইতে নাখে নেকি ?

বিমলা নাখে, তাহনাৰ বহুত ৰাতি হবো । তোক খাব কৈছি ।

শিশুৰাম : তাহাৰ বহুত ৰাতি কিয়া হয় অ' ?

বিমলা ঃ পইচাদি তাচ খেলে । চাৰাৰাতি ।

শিশুৰামে আৰু এটা হুমুনিয়াহ এৰিলে ।

ভাত খাই থাকোতে বিমলাই শিশুৰামক মনে মনে কলে ঃ অ' আতা, তই আনা বস্তুখিনি ফিৰে নিবা নালগেদে । মৱে খাম । মই সেগলাখান বস্তু ইমান ভাল পাও ।

শিশুৰামৰ চকুৰে দুটোপাল পানী ওলাল ।

-০—

# কুলি

ৰমণীকান্তৰ নেজত উঠি মৃদুলা কামলৈ যায়। মৃদুলাক অফিচৰ দুৱাৰমুখত নমাই থৈ ৰমণীকান্ত অফিচ পায়গৈ। তেওঁলোক যোৱাৰ সময়ত উৰ্মিলাক বাৰে বাৰে সতৰ্কবাণী, বিশেষকৈ মৃদুলাই শুনাই যায়ঃ টুটুমণিক নকন্দুৱাবা দেই। তাক গাখীৰ-লেখিৰ খুৱাইহে তোমাৰ কামখিনি কৰিবা। মইতো সোনকালে আহি পামেই। ইত্যাদি। আকৌ গাল দুখনত থপ থপকৈ সাতটামান চুমা খাই: মোৰ সোণটো, থাকা দেই, মই এতিয়াই আহিম নহয়। টুটুমণিয়ে হাত-ভৰি জোকাৰি হাঁহে। মুখেৰে কিবা ক'ব খোজে। দেৱশিশু। এইখিনি কৰি, মুখত তামোল সুমুৱাই চেৰ-চেৰ-চেৰ কৰি ৰমণীকান্ত আৰু মৃদুলা গুচি যায়।

ব্যস্ত উৰ্মিলা আকৌ ব্যস্ত হৈ পৰে। টুটুমণিটো বৰ দুষ্ট হৈছে। মাক-দেউতাক যোৱাৰ লগে লগে অঁহা-অঁহা লগাই দিয়ে। হাতৰ কাম থেকেচা মাৰি থৈ তাক কোলাত লয়গৈ। মুখত গাখীৰৰ বটলটো সুমুৱাই দি নিচুকণি গীত গাই "আমাৰে মইনা শুবএ, দেউতাকৰ চেৰ চেৰত যাব এ, ইত্যাদি। কোলাত থাকিলে টুটুমণিয়ে সান্তৰজ্ঞাৰ চাউল খাই, মুখৰ কত কেলকেলনি, আঙুলি চুহি চুহি কত মুখৰ লেল উলিয়াব। কিন্তু কোলাৰ পৰা অকণমান বিছনাত নমাই থলেই গগণফলা চিঞৰ। যেন এক বছৰ মান মাকক দেখাহে নাই, যেন সাত দিন একো খাবলৈহে পোৱা নাই। ভাঙৰ হওক, সৰুৰ হওক, উৰ্মিলাই কান্দোন সহ্য কৰিব নোৱাৰে। সাত বন কাটি কৰি থৈয়ো টুটুমণিক কোলাত লৈ থাকে।

মাকে কেচুৱা ৰখা আৰু আৱিয়ে গাভৰুৱে কেচুৱা ৰখা বহুত তফাৎ। কেচুৱাৰ মনৰ কথা মাকেহে বুজি পায়। তথাপিও মাকসকলে কুলি চৰায়ে কাউৰীৰ বাহত পোৱালি ডাঙৰ কৰাৰ দৰে

ঘৰৰ বনকৰা ছোৱালীৰ হাতত অথবা আন কোনো সম্পৰ্কীয় মানুহৰ হাতত কেচুৱা সোধাই মুকলিমূৰীয়াকৈ অফিচ, কেছাৰী, মেল-মিটিঙত ঘূৰি ফুৰে। উৰ্মিলাৰ ভাগ্যতো তেনে ঘটনাই ঘটিছে। মৃদুলাৰ কেচুৱাৰ লগত তাই মাক হৈছে। টুটুমণিক তাই বুকুৰ জীউ লাউ যেন দেখে। কেতিয়াবা উৰ্মিলাই ভাবে, তাইৰো এদিন এনে থলথলীয়া কেচুৱা এটা হব। গিৰিয়েকৰ নেজত উঠি তায়ো অফিচলৈ যাব। কেচুৱা ৰাখিবলৈ তায়ো এজনী পেহীয়েকৰ ছোৱালীক লগত ৰাখিব। এনেবোৰ ভাবি থাকোতে টুটুমণিয়ে কাপোৰত মানে উৰ্মিলাৰ মেখেলাত চুচু কৰি দিয়ে। মেখেলাৰ পানী মেখেলাতে শুকাই, কাপোৰ সলাই উৰ্মিলাই পিন্ধিবলৈ আহৰি নাপায়। তাৰ পিছত ভাবৰ পৰা সম্বিৎ ফিৰাই আনে উৰ্মিলাই। আইনাম, বিয়ানাম গাই গাই টুটুক টোপনি নিয়ায়। তাৰ পিছত খৰধৰকৈ কামখিনি কৰি, গাটো তিয়াই নাকে-মুখে ক্ৰেইটামান গুজি আকৌ টুটুমণিৰ ফেৰেঙ্গ বনায়।

এনে ধৰণে উৰ্মিলাই ৰমণীকান্ত আৰু মৃদুলাৰ ঘৰত জীয়ৰি কালৰ সপোন ৰচিছে।

মৃদুলাই চৰকাৰী অফিচত চাকৰি কৰে। মহা আৰামৰ চাকৰি। কাম-বন প্ৰায় নায়েই; মাহৰ মূৰত গণি গণি দৰমহা-খিনি ল'ব লাগে। এবাৰ ৰমণীকান্তই প্ৰস্তাৱ এটা আগবঢ়াইছিল তুমি চাকৰি কৰিব নালাগে। টুটুমণিৰ বৰ কষ্ট হয়, লগতে তোমাৰো। মৃদুলাই উত্তৰ দিছিল নালাগে, এনে লক্ষ্মী চাকৰি এটা কিয়নো এৰি দিব লাগে। মইতো সদায় সোনকালেই আহিব পাৰো। মাল'তো আছেই। এঘাৰটাত যাও, দুটাত আহিব পাৰো। মাজতে এইখিনি সময়হে।

কথাটো হয়, ৰমণীকান্তই না কৰিব নোৱাৰিলে।

মৃদুলা কিন্তু কোনোদিনেই, বিশেষকৈ কেচুৱা হোৱা কালৰে-পৰা দুটাত আহি ঘৰ নাপালে। কোনোদিনেই মৃদুলাই ঘৰত সূৰুয দেখা নাই। মৃদুলা আহি ঘৰ পোৱাৰ লগে লগে উৰ্মি-লাৰো কাম বাঢ়ে। মৃদুলাক ধুবলৈ গৰম পানী দিয়া, চাহ নাখায়, কফি দিয়া। ব্ৰেড বোণ্ট কৰি বাটাৰ লগাই কণীৰ অমলেট দিয়া ইত্যাদি ইত্যাদি। এইখিনি সময়ত টুটুমণি বিছনাত পৰি কান্দি

থাকে—উৰ্মিলাৰো সময় নাই, মৃদুলাৰতো নায়েই। মৃদুলাই এনে উচ-পিচখন লগাই দিয়ে যেন—গোটেই দিনটো অফিচত হেভী ওৱাৰ্ক কৰি টায়াৰ্ড হৈ আহিছে। ঃ বাল ছলি নিচিএৰিৰি এ। তাতোকৈয়ো আথোপথোপ লাগে উৰ্মিলাৰ। নবৌ'খকে অকণমান পৰম কৰিলে খং কৰিব, দিনভৰ কষ্ট কৰি অহা তিৰোতা, আহিয়েই চাহকাপ পালে ভাল পাব -এনে ভাবত উৰ্মিলাৰ গাত তৎ নাই। বেচেৰীয়ে গাৰ থৰকাচুটি হেৰুৱাই নবৌৰেকক আলপৈচান ধৰে।

মৃদুলাহঁতে অফিচৰ লাঞ্চটাইমত একেলগে বহে। এফালৰ পৰা প্ৰিয়লতা আনফালৰ পৰা পূৰবী আৰু আন এফালৰ পৰা নীলাঞ্জনা আহি মৃদুলাৰ টেবুলৰ ওচৰত বহে। কেতিয়াবা কুলেন্দ্ৰ নাথেও আহি তেওঁলোকৰ সমাৰোহত যোগদান কৰেহি। কুলেন নামত যদিও পুৰুষ—কামত প্ৰায় নাৰীৰ দৰে। তাৰ এইমাত্ৰ তোলনী বিয়া হৈ যোৱা ছোৱালীৰ দৰে আউল বাউল চুলি। বুকুৰ নোম-বোৰ দেখুৱাই থকা এটা পথৰা কামিজ। ভিতৰৰ আণ্ডাৰপেণ্ট দেখা এটা ঠেঙা—ভৰিৰ তলুৱাৰ পৰা আঠুৰ ওচৰলৈকে থকা অংশটোৰে ছাগলী এটা সোমাই যাব পাৰে আৰু উৰুৰ অংশটোক বেৰ্জি এটাও সোমাব নোৱাৰে। কুলেনৰ খোজ-কাটল, কথা কোৱাৰ অঙ্গী-ভঙ্গী সব ছোৱালীৰ দৰে। নীলাঞ্জনাহঁতে উ বুলিলেই সি বজাৰৰ পৰা মিঠা পান আনি দিয়ে, কলমত চিয়াহী ভৰাই দিয়ে, পেঞ্চিলাদি খেজুৰৰ শাতৰ দৰে ব্লেডেৰে কাটি দিয়ে। মাত সৰু, গালত ডাঢ়ি নাই। কপালত সেন্দুৰৰ ফোটটো মাৰিলে আগৰ দিনৰ যাত্ৰাগানত লৰাই ছিমেল সজাৰ দৰে দেখা হ'লহঁতেন। তিৰিমুৰা কুলেন্দ্ৰ নাথৰ এইখিনিয়েই হেঁপাহ। সিহঁতেও সেই কাৰণে তাক লগ দিয়ে।

এইদৰে তেওঁলোক আটায়ে মিলিত হৈ লাঞ্চ খায়। খোৱাটো নিমিত্ত মাত্ৰহে। খাই সেই মাদ্ৰাজী হোটেলৰ পৰা অনা কলাৰ ভাইল বটা আৰু ভাইল ভজা। গৌণ উদ্দেশ্য হ'ল গোচিপিং। তেওঁলোকৰ ভিতৰত নীলাঞ্জনা আবিয়ৈ। জইন কৰাৰ বেছি দিন হোৱা নাই। গতিকে আবিয়ৈ ছোৱালীয়ে ভাল নোপোৱা মেল তেওঁলোকে নামাৰে। বেছিভাগেই মুখৰোচক কাহিনী। কাৰ ঘৰৰ ল'ৰাই কাৰ ছোৱালীৰ ব্ৰেছিয়াৰ কিনি দিয়ে, বজাৰত কোনটো

স্ন,' পাউডাৰ, লিপষ্টিক, নেইল পালিচ, শাড়ী, চেণ্ডেল, ভেনিটি বেগ ভাল—এইবোৰক লৈয়ে কথাৰ মহলা চলে। কোনোদিন খোৱা-লোৱাৰ আলোচনাও নচলা নহয়। এইবোৰত্ত বেছি প্ৰাধান্য পায়—জেলি, চচ, বাটাৰ, ক্ৰীম, আঙুৰ, কাটলেট, চাইনিজ ডিচ, কোৰ্মা, পোলাও ইত্যাদিয়ে। এইবোৰ কেনেধৰণে বনাব পাৰি, কোন কোন দোকানত এইবোৰ পোৱা যায়, কোন কোন ৰেষ্টোৰাৰ কাটলেট ফ্ৰাই আদি উত্তম—ইত্যাদি বিষয়ৰ ওপৰত নিজৰ নিজৰ অভিজ্ঞতা জাহিৰ কৰে। মুঠৰ ওপৰত অসমীয়া খাদ্যৰ কথা তেওঁলোকৰ মুখত ভুলতেও নোলায়।

অৱশ্যে তেওঁলোকে ঘৰত বেছিভাগেই সৰু সৰু পুঠিমাছ আদা আৰু নহৰুৰে জোল কৰি, পুই শাকত অসমীয়া কলৰ খাৰ দি ভাইলৰ পানীৰে অন্ন ভক্ষণ কৰি প্ৰাণৰক্ষা কৰে।

এইদৰে মেলৰ মহলা মাৰি মাৰি তেওঁলোকে ভাতে দুই তিনি-ঘণ্টা সময় 'সময় অমূল্য ধন' হিচাবে ব্যৱহাৰ কৰে। নীলাঞ্জনা নাথা-কিলে কেতিয়াবা তেওঁলোকৰ মাজত কেচুৱাৰ ৰক্ষণাবেক্ষণ, জন্ম নিয়ন্ত্ৰণ, আধুনিক পদ্ধতিৰ মূল্যায়ণ, বৈবাহিক সুখ, ঘৰুৱা জঞ্জাল, ল ৰা-ছোৱালীৰ দায়িত্ব ইত্যাদি বিষয়ৰ আলোচনাও হয়। সেই আলো-চনা শুনিলে অনুমান হ'ব –যেন নিজৰ কেচুৱাটিৰ নিমিত্তে তেওঁলোক মৰিহে যাব পাৰে। কিন্তু কথাটো একেবাৰে অসত্য। কেচুৱাই গাখীৰ নোখোৱা কাৰণে নিজৰ স্তনৰ গাখীৰ উপচি পৰে; টিন-টিনাই থকা পিয়াহৰ বিষত ৰব নোৱাৰিলে উঠি গৈ ইউৰিনেলৰ বেৰত স্তন মন্থন কৰি কিছু গাখীৰ উলিয়াই দিব, তথাপিতো ঘৰলৈ নাযায়।

সংসাৰত কিছুমান মানুহ আছে যি'য় নিজকে সদায় মায়া-মোহ বন্ধনৰ পৰা মুক্ত কৰি ৰাখিবলৈ বিচাৰে। আন কিছুমান লোক আছে—মায়ামোহৰ বন্ধনৰ মাজত থাকিয়ো সদায় মুক্ত হৈ থাকিবলৈ বিচাৰে। মৃদুলাহঁত এই শ্ৰেণীৰ লোক। বিবাহ বান্ধো-নৰ চাৰ্টিফিকেট আছে, সন্তি-সন্ততিৰ চাৰ্টিফিকেট আছে; অথচ এইবোৰ আছে বুলি দায়িত্বও এটা আছে—সেইটো একেবাৰে এৰাই চলিব খোজে।

পুৰৱীয়ে মৃদুলাক সোধে তুমি কেচুৱাক পিয়াহ খুওৱানে?

মৃদুলা: দিনত একেবাৰে চুবলৈকে নিদিওঁ। ৰাতি উপায়তো নাই। ধৰে আৰু।

পূৰবী মাকৰ পিয়াহ খালে বেয়া। দাঁতো সোনকালে নষ্ট হয় আৰু স্তনৰ 'চেপ নষ্ট হৈ যায়। বিদেশত তিৰোতাবিলাকে কেচুৱাক মাকৰ গাখীৰ নুখুৱায়। সেইকাৰণেই তেওঁলোকৰ ব্ৰেষ্ট-বোৰ হালি নপৰে।

এনেবোৰ কথাও মৃদুলাহঁতে আলোচনা কৰে। শেষত আকৌ এবাৰ বাথৰুমত (অ'ফচৰ) সোমাই বেৰত আঁৰি থোৱা আয়নাত চুলি-মুখ এবাৰ সজায় লয় আৰু নাকত বস্তি লগাই ঘৰত প্ৰবেশ কৰে।

আবেলিৰ সময়খিনি উৰ্মিলাৰ নাযায়—নুপুৱায়। টুটুমণিক এৰিবও নোৱাৰে; অথচ কামখিনি নকৰিলেও নহয়। নিজে মুক্ত-মনে গাধোৱা, মুখ মুন সজোৱা—এইবোৰতো বাদেই আনকি টুটু-মণিক থৈ তাই পায়খানাখিনিয়ো ভালদৰে কৰিব নোৱাৰে। উৰ্মি-লাৰ দায়িত্বজ্ঞান বেছি। টুটুমণিৰ কৰবাত কিবা এটা হ'ব বুলি তাই সদায় সতৰ্ক হৈ থাকে। তাৰে মাজতে এদিন ঘটনা এটা ঘটি গৈছিল। অকণমান সময়ৰ বাবে তাই পাকঘৰত সোমাইছিল। দুষ্ট টুটুমণি বিছনাৰ পৰা পৰি গৈছিল। পকা মাটিত মুৰ পৰি ঠনৰকৈ উঠিছিল। টুটুমণি ঠৰ পৰি গৈছিল। উৰ্মিলাৰ জীউ উৰি গৈছিল। সিদিনা গোটেই দিনটো উৰ্মিলাই চকুপানী টুকিছিল। চকুপানী নুটুকিলেহেঁতেন। কিন্তু মৃদুলাই কথাষোৰ শুনিছিল ওচৰৰে গৌৰীৰ মাকৰ মুখৰপৰা। উৰ্মিলাৰ ভয়ত জীউ কঁপি আছিল। মৃদুলাই কৈছিল কেচুৱাটো চাবলৈকে তোমাক ইয়াত ৰাখিছো; আজ্ঞা মাৰিবলৈ তোমাক ৰখা নাই নহয়। উৰ্মিলাই কান্দি কান্দি চকু উখহাই দিছিল।

ভাতৰ তিতা খাব পাৰি; মাতৰ তিতা খাব নোৱাৰি।

ৰমণীকান্তই অৱশ্যে এনেবোৰ কথাত কোনো গুৰুত্ব নিদিয়ে। পৰিহৰিয়েই কেচুৱা ডাঙৰ হয়। গতিকে এই কথাতে উৰ্মিলাক বকনি দিয়াৰ কোনো অৰ্থ নাই। কিন্তু ৰমণীবাবুৱে মৃদুলাক একো কব নোৱাৰে। মাক-দেউতাকৰ মৃত্যু হোৱাৰ পিছত উৰ্মি-লাৰ প্ৰতি ৰমণীকান্তৰ দায়িত্ব বহুত বাঢ়িছে। যিটো বয়সত উৰ্মিলা থাকিব লাগিছিল শাহু-শাহুৰেকৰ ঘৰত—সেইটো বয়সত উৰ্মিলা আছে ককায়েক-নবৌয়েকৰ লগত। ওচৰৰে বিপাশা, চন্দনা-হঁতৰ দৰে থাকিলেও কথা নাই। বিপাশাহঁতে ৰঙীন, দামী শাড়ী

পিন্ধি বজাৰে বজাৰে ঘুৰি ফুৰে, সপ্তাহত দুদিনমানকৈ চিনেমা চায়, হোটেল, ৰেষ্টোঁৰাত ঘূৰে। উৰ্মিলাৰো তেনে মন এটা নাই বুলি কলে সত্যৰ অপলাপ কৰা হব। কিন্তু উৰ্মিলাই এদিন ভুলতো নিজ মুখে উচ্চাৰণ কৰা নাই—তাইক এখন শাড়ী লাগে বুলি, চিনেমা এখন দেখুৱাব লাগে বুলি। ৰমণীকান্তই জানে, তাৰ নিজৰে এনে সাহস নাই—উৰ্মিলাক চন্দনাহঁতৰ দৰে কাপোৰ পিন্ধাব, চিনেমা ৰেষ্টোঁৰাত ঘূৰাব। কিন্তু সাধাৰণ কথা এটাতে উৰ্মিলাক এনেদৰে ঠাট্টা কৰিলে সৎ সাহসৰে মাত এটা মতা দৰকাৰ।

অৱশ্যে এইবোৰ কৰিবলৈ ৰমণীকান্তৰ সময়ো নাই। কোম্পানীত কাম কৰা মানুহ। 'দাসৰো দাস'ৰ দৰে চাকৰি। যাব লাগে দহটাৰ আগত, আহিব লাগে ছয়টাৰ পিছত। গাধা খাটনি। পইচা নাই। হিচাপৰ এই দৰমহা কেইটা মাত্ৰ। এইবোৰ কথা ভাবিলে ৰমণীকান্তৰ কেতিয়াবা দুখ ওপজে। কিছুমান অফিচত বোলে কাম বুলিবলৈ এ.কাৰেই নাই—মোটা দৰমহা। কিছুমান অফিচত দৰমহাও কম, কামো একেবাৰে নাই। কিছুমান অফিচত দৰমহা কম, কিন্তু বাহিৰা পইচা আছে। ৰমণীকান্ত এই-বোৰৰ এটাতো নপৰিল। দুখ কৰিবলগীয়া কথাই। ইলেকট্ৰিক অফিচৰ সাধাৰণ চাকৰিয়াৰেও যেতিয়া বজাৰত বৌমাছ কিনে, গাড়ী কিনে, খাদ্য নিগমৰ কেৰাণীয়ে যেতিয়া ৰিফ্ৰিজেৰেটৰ কিনে, কমিচনাৰ অফিচৰ কেৰাণীয়ে বিল্ডিং ভাড়ালৈ দিয়ে—তেতিয়া ৰমণীকান্তহঁতৰ দৰে অক্ষম লোকসকলে দুখ কৰিবলগীয়া কথাই।

সেই কাৰণে মৃদুলা চাকৰিত সোমাল। এজনৰ ধনেৰে একো কৰিব নোৱাৰি। দুজনৰ দৰমহাৰে কিজানি কিবা কৰিবলৈ পৰা যায়। কিন্তু নাচোনৰ ধন কাচোনত যায়। শাড়ী, ঘড়ী, চাদৰ, পাউদাৰতে যায়।

এদিন ৰমণীকান্তই মৃদুলাক কলে ঃ বেচেৰী ভণ্টিয়ে সদায় ঘৰখনত সোমাই থাকিব লাগে, কাইলৈ তাইক এখন চিনেমাকে দেখুৱাও ব'লা। অসমীয়া কথাছবি বাঘিনী নবৌ' চলি আছে—সেইখনকে চাই ভাল পাব। মৃদুলাই সম্মতি জনাইছিল। কিন্তু অসমীয়া চিনেমা তাই নাচায়। তদুপৰি মেটিনী শ্ব' তাই লাইক

নকৰে। গতিকে চালে তাহাতে চাব পাবে।

ৰমণীকান্তই কলে, তেনেহলে কাই'শ অফিচৰ পৰা তুমি ৷সোনকালে আহিবা। শনিবাৰৰ অফিচ আহিব নিশ্চয় পাৰিবা। মোৰো ৷সোনকালে আহিবলৈ অসুবিধা নহ'ব। তোমাক টুটুক দি আমি যাম।

মৃদুলাই কলে : হ'ব বাৰু।

পিছদিনা সেইমতেই উর্মিলাক দিহা-পৰামর্শ দি ৰমণীকান্ত আৰু মৃদুলা অফিচলৈ গ'ল। সিদিনা ৰাতিপুৰাৰে পৰা উৰ্মিলাৰ মনটো বৰ ভাল লাগি থাকিল। খৰধৰকৈ দৰকাৰী কামখিনি শেষ কৰি টুটুমণিক গা ধুওৱা, গাখীৰ, ফেৰেক্স আদি খুওৱা কামবোৰ কৰিলে। মনটো আনন্দেৰে ভৰি থাকিল। জীৱনৰ এই নতুন মধুৰ সোৱাদ। এঘাৰমহীয়া টাউন লাইফত এয়া প্ৰথম টকি। এইবাৰ গাঁৱলৈ গৈ তাইৰ লগৰ দময়ন্তী, সাবিত্ৰী, কৌশল্যাহঁতৰ আগত এইবোৰ কথা ক'বগৈ। সিহঁতে ইয়ালৈ অহাৰ আগতেও তাইক কৈছিল : যা তোৰেই কপালখন ভাল। চহৰত থাকিবি, ফুৰিবি—কিমান ভাল লাগিব। পিছে তাই আহি ইমান দিনে যি দেখিলে—ভালনো ক'ত। ঘৰখনতে সোমাই থাকে, আজিলৈকে জন্তুবিলাক সোমাই থকা হাবিখনকে দেখা নাই। কিন্তু আজি তাই দেখিব, টকি চাবলৈ যাওঁতে তাই চকু দুটাৰে আৰু বহুত বস্তু চাবলৈ পাব। এনে'বাৰ কথা ভাবি তাই কামখিনি কৰি টুটু-মণিৰ লগত ওমলি থাকিল।

যথাসময়ত ৰমণীকান্ত আহিল। নঙলাৰ পৰাই চিঞৰি আহিছে ঐ ভণ্টি ওলাই আছনে ? উৰ্মিলাই আধা ওলাই আছিল। অৰ্থাৎ মূৰ ফণিয়াই, বেণী গুঠি, চকুত অকণমান কাজল লগাই, গালত অকণমান পাউদ্চ্ সানি ৰেডি হৈ আছিল—মাত্ৰ মেখেলা-চাদৰযোৰ গাত ললেই হ'ল। জবা ৰঙৰ ব্লাউজটো পিন্ধিয়েই আছে।

উৰ্মিলাই জবা ফুলৰ ৰঙ ভাল পায়। দেখিবলৈ ধুনীয়া, কিন্তু কোনোৱে আদৰ নকৰে।

ৰমণীকান্তই কেচুৱাক কোলাত ললে, উৰ্মিলাক কাপোৰ পিন্ধিবলৈ দিলে। উৰ্মিলাই এই চেগতে ককায়েকক চাহকাপ দি কাপোৰ পিন্ধিলে। তেতিয়া ঘড়ীত প্ৰায় দুটা বাজিছিল। ৰমণীকান্তই উচ-পিচাবলৈ ধৰিলে : নবৌয়েৰ আহিয়েই নাপালে অ', দুটা বাজিল।

খ' আৰম্ভ দুটা পোন্ধৰত ।

ৰমণীকান্তই এবাৰ নওলা এবাৰ ঘৰ কৰি থাকিল। উৰ্মিলাই পিছফালৰ খিৰিকিৰ পদাৰ ফাকেৰে বাৰে বাৰে চাই থাকিল ।

টুটুমণিয়ে আঙুলি চুহি চুহি মা-মা কৰি থাকিল ।

দুটা বাজিল । নাই । তিনিটা বাজিল । নাই । চাৰিটা বাজো বাজো হওঁতে ৰমণীকান্তৰ খং উঠিল । "ডেৰ ডেৰখন" লৈ চাপলি মেলিলে মৃদুলাৰ অফিচ বুলি ।

ককায়েক যোৱাৰ লগে লগে উৰ্মিলাৰ চকুৰে সৰ সৰকৈ পানী ওলাই টুটুমণিৰ মুখত পৰিছিল । নিমখীয়া চকুপানী—সি আঙুলিৰে চুহিছিল । উৰ্মিলাই চকু পানীবোৰ টুটুমণিৰ মুতত ভিজা তাৰেল খনেৰেই মচি দিছিল ।

মৃদুলাৰ অফিচলৈ গৈ ৰমণীকান্তই জানিব পাৰিলে তেওঁৰ ক'লিক পুৰবীৰ ঘৰত বাথডে এটেণ্ড কৰিবলৈ গৈছে মৃদুলা ।

অপৰিসীম অপৰাধবোধত ৰমণীকান্তৰ বুকুখন দপদপাই উঠিল । তাৰ চকুৰ আগত জিলিকি উঠিল—উগুল-থুগুল ভাবত চিনেমা চাবলৈ সাজু হৈ থকা উৰ্মিলাৰ মুখখন চকু দুটা প্ৰাপ্তিৰ আশাৰে উজ্জ্বল ।

—০—

# পছুলি মুখৰ কেন্দু

গাওখনৰ ঠিক সোমাজতে কেন্দুজোপা। ইয়াৰ পূব ফালে ন-আলি সন্দীৰ জান পৰ্যন্ত গৈছে, পশ্চিম যোৱা পথটো গড়কাপ্তানি পথত সংযোগ, উত্তৰৰ পথ নন্দী বজাৰৰ মাজেৰে গৈ টাউনত সং-যোগ হৈছে আৰু দক্ষিণৰ পথ শেষ হৈছেগৈ চিৰ প্ৰবাহিনী চাউল-খোৱাত। গাওঁখনৰ এক বৃহৎ আকাৰৰ ঠাই অধিকাৰ কৰিছে গছজোপাই। আটাইৰে আদৰৰ গছ এইজোপা কেন্দু। মৰমৰ কেন্দু। ইয়াৰ চাৰিও সীমাত বসতি কৰিছে শিশুৰাম, ভদ্ৰেশ্বৰ, ৰাজেন্দ্ৰ, হৰকান্ত, জয়চন্দ্ৰ, ধনেশ্বৰ আৰু কৰ্ত্তিৰাম হতে। এও-লোকতো দূৰৰে কথা এওঁলোকৰ তিনি পুৰুষমানৰ আগৰ লোকেও কব নোৱাৰে কোনে কেতিয়া গছজোপা ৰুইছিল। নে আপোনা আপুনিয়েই গজিছিল।

এজোপা গছে মানুহক বহুত উপকাৰ কৰিব পাৰে। সাধা-ৰণতে গছৰ পৰা খৰি হয়, ঘৰ বান্ধিবলৈ, চকী মেজ সাজিবলৈ কাঠ হয়—গছৰ প্ৰয়োজন বুলিলে মানুহে এইটোকে বুজে। বৈজ্ঞা-নিক সকলে কয়—গছ নহলে বৰষুণ নহয়।

কিন্তু এইজোপা কেন্দুৰ প্ৰয়োজন তাতকৈও বিশাল, অধিক। এখন ৰাজ্যৰ ৰজাই যেনেকৈ সকলো প্ৰজাকে মৰম কৰে, আশ্ৰয় দিয়ে, ঘৰখনৰ মুখিয়াল জনে যেনেকৈ সকলোৰে দায়িত্ব গ্ৰহণ কৰিব লাগে তেনেকৈ এইজোপা কেন্দুৰো যেন অসীম দায়িত্ব, স্বাৰ্থহীন কৰ্ত্তব্য।

মানুহে বিনা স্বাৰ্থই কোনো কৰ্ত্তব্য নকৰে, নকৰে দায়িত্ব গ্ৰহণ। মানুহ হল সৰ্বশ্ৰেষ্ঠ স্বাৰ্থপৰ জীৱ। কিন্তু গছৰ কোনো স্বাৰ্থ নাই। আনৰ উপকাৰ কৰিবলৈকে তাহাতৰ জন্ম। অথচ মানুহে তাকো সহ্য নকৰে। নিৰ্দয় ভাৱে গছ কাটে, পুজি মাৰে।

শুভ, ভূমি ভদ্ৰ, অৰুণ অমি, ভূষণ আৰু পুতপহঁতে কান্ধত মেট মৰা ভাৰ লৈ আহি কেন্দুৰ তলত বহি গাৰ ঘাম মচে, বিড়ি হুপে। দুখ ভাগৰ পাহৰি যায়। গৰুৰ গাড়ীত ধান, সৰিয়হৰ বস্তা বোজাই দিবলৈ অহা গাড়ী কেন্দুৰ তল পালে ৰখায়। গাড়ীত থকা দি গৰুক ঘাঁহ দিয়ে। বিড়ি হুপে। কেন্দুপাতৰ জুৰ বতাহে গাত সুত লগায়।

পথাৰৰ পৰা বোৱনীহঁত ঘৰমুৱা হৈ কেন্দুৰ তল পালে তাতে ক্ষন্তেক জিৰণি লৈ চাদৰৰ আচলৰ গাঠিত বন্ধা শেষ তামোলখন মুখত দিহে ঘৰা-ঘৰি যায়। ৰেৱতী, কিৰণ, শয়নবালা উৰ্মিলা কৌশল্যা, লক্ষ্যপ্ৰভা আইকন, চৰিত্ৰা আৰু ফিৰতি হঁত পথাৰৰ পৰা মাছ মাৰি আহি কেন্দুৰ তলত জিৰণি লয়। তিতা মেখেলা উৰু আৰু কলাফুলত লিপিট খাই ধৰে। সেই আকৰ্ষণে কেন্দুৰ ওপৰত গছৰ ডালত পকা কেন্দুগুটি খাই থকা জয়, মদন, শ্ৰীধৰ, মাধৱ, ভৈৰৱ, যদু নাথ, প্ৰফুল্ল হঁতৰ মন পুলকিত কৰে। কৌশল্যাহঁতে কেন্দু ৰঘুমলাৰ গুটি খোজে, লৰাহঁতে কোচ ভৰাই দিয়ে। সেই-বোৰ খাই খা'ই তাহাঁত ঘৰমুৱা হয়।

লৰাহঁতে পুখুৰীত সাতুৰি-নাদুৰি গা ধুব—তাৰ আগতে কেন্দুৰ তলত বহি মোগল-পাঠান, গাত-গুটি, বাঘবোল, মানুহ বাঘ আদি খেল খেলিব। আজি কালি এইবোৰ খেল হৰিল। মোগল-পাঠান, বাঘবোল আদি খেলে লৰা-ছোৱালীৰ বুদ্ধিবৃত্তি বঢ়ায়। খৰচহীন খেল এইবোৰ। কচু গছৰ ঠাৰি, কেন্দুৰ সৰু সৰু অপেণত গুটি, ডলা, চাঙনী, খৰাহী আদি ববলৈ তুলোৱা দৈ দুডাল এডাল, ছাগলীৰ শুকান লাড, আদিয়ে হ'ল এইবোৰ খেলৰ সামগ্ৰী। খেলি বৰ আমোদ পোৱা যায়। দুজন এজনে খেলে। পাচ ছয় জনে দেখি উপভোগ কৰে। বুঢ়া-মেথা, আদহীয়া হঁতেও লৰা-হঁতৰ খেল জুমি জুমি চায়। কেন্দুৰ তল ৰজন জনাই থাকে।

খেল ভাঙে। পুখুৰীত ডুবিয়াই ডুবিয়াই গা ধুই ভাত-পানী খাই আকৌ কেন্দুৰ তল ভৰি ধৰে। নহিলা দৈব চাবি পাৰি কাষত গুৰগুৰি হোকা আৰু কাশীদাসী মহাভাৰতলৈ প্ৰথম কেন্দুৰ তলত বহে ৰসধৰ। তেওঁক আগুৰি ধৰি বহে চিন্তাৰাম, শিশু-ৰাম, অভিৰাম, দয়া, ভৃগু, লোহিত, নন্দ, মনেশ্বৰ, ভিখাৰাম হঁত।

বসধৰে পঢ়ে—
মহাভাৰতৰ কথা অমৃত সমান ।
কাশীৰাম দাস কহে শুনে পুন্যবান ॥

সচাকৈয়ে মন প্ৰাণ ঢালি দি এই পুণ্যবান লোক সকলে মহাভাৰত শুনে । কৌৰৱ সকলে কৰা অন্যায়ৰ কথাখিনি শুনিলে তেওঁলোকে "ই ছি ছি "কৈ উঠে । বসধৰে সুৰ লগাই পঢ়ে । লোহিতে বুজাই দিয়ে, বাকীবোৰে হয় হয় কৰে ।

সময় অমূল্য ধন । এই কথা তেওঁলোকে পাহৰি নাযায় । বুঢ়া কেইটাই মহাভাৰত পঢ়িলে ডেকা মথাইও শুনে । বেলি হালে । পথাৰত কাম থাকে । শাস্ত্ৰ পঢ়া বন্ধ কৰে । আকৌ ঘৰা-ঘৰি যায় । তাৰ পাচত হাতত কাচি, কান্ধত ভুলাবাৰী লৈ পথাৰলৈ যায় । কোনোৱে আহু ধান কাটে, কোনোৱে কটা ধান কঢ়িয়াই ।

কেন্দুৰ তল নীৰৱ নহয় । বাটশৰ, বলশৰ, বৰজান পাৰৰ ফালে মহেন্দ্ৰ হতে হাহ পাৰ বিচাৰি আহি কেন্দুৰ তলতে জিৰায় । গাৰ গামোচা খনকে পাৰি কেন্দুৰ তলতে শোৱে । পবিত্ৰ বিচনা । গাৰু, তচক তুলিৰ প্ৰয়োজন নাই । প্ৰকৃতিৰ জুৰ মলয়া কেন্দু পাতৰ ডাঠ ছা । পৰাৰ লগে লগে টোপনি আহে ।

নিদান হতৰ বাহনিত বেলি লুকাই পৰে । কেন্দুৰ তলত গধূলি নামে । পশ্চিমত বেলি মাৰ যায় আৰু পূবত জোন ওলায় । কেন্দুৰ তলত এইবাৰ পদাৰ্পন কৰে ভাজো, যাতনা, ভাগ্য, চণ্ডীৰ মাক, মোহনৰ মাক আদি আইতা বয়সৰ বুঢ়ীহঁত, পবীনৰ মাক, ৰেণুৰ মাক, কঙ্কৰ মাক ভৈৰৱৰ মাক আদি আদহীয়া আই সকল । ৰাতিপুৱাই মচি-কচি ৰখা কেন্দুৰ শুৰিত মিঠা তেলৰ চাকি জ্বলে, ধূপ-ধূনাৰ গোন্ধে আমোল মোলায় । আগলতি কলপাতৰ ওপৰত আহৰ খৰাচীত মুগৰ গাজি, নৰিকলৰ টুকুৰা আৰু আদাৰ টুকুৰাৰ মধুৰ সংমিশ্ৰণ । জগন্নাথ প্ৰভুৰ প্ৰসাদ । মহ মহীয়া গোন্ধ । ভাজো আবুৰে নাম লগাই দিয়ে ।

জগন্নাথৰ নামক লাগিয়ে
হৰি'য় কিনি আনিলো আদা
অ' জগন্নাথৰ নাম ধৰিবা
নকৰিবা বাধা'হে আহা

## আমি নাম গাবা যাওঁ ॥

বাকী বোৰে হাত চাপৰি মাৰি জ্ঞাত ধৰে। কেন্দুৰ তল আকৌ সৰব হৈ পৰে।

গৰু মহ বান্ধি গোহালিত থুপা জগা দি, বান্ধনিক আজ্ঞা তৰকাৰীৰ দিহা দি নামতী সকলৰ আশে-পাশে কেন্দুৰ তলত আকৌ বহেহি শিশু, ভদ্ৰ, বাজিন, মোহন, সুৰেণ বজনীহঁত। নামতীয়ে নাম গায়, তেওঁলোকে মেল কৰে। খেতি পথাৰৰ বজাৰ-হাটৰ, গৰু-মহৰ, ঘাহৰ, কঠিয়া, মৰণাৰ লৰু, হুলাবাৰী, উখনাৰ, বন থকা গৰু, বন নলগা গৰুৰ আৰু অলেখ বিষয়ৰ। সমস্যাৰ অন্ত নাই। কথাৰ শেষ নাই।

নাম ভাঙে। ধীৰেনৰ মাক আবুৰে গাজি বিলায়। এক তিল সাত ভায়েকে ভগাই খোৱাৰ দৰে অলপমান প্ৰসাদে শতেক জনক বিতৰণ কৰে আবুৰে। ঠগি ভঙা শুনিলে পকা আমলৈ ভেনা মাখি অহাৰ দৰে কৰবাৰ পৰা আহি ওলায় লৰা-ছোৱালী মখা। কাকো বিমুখ নকৰে আবুৰে। হাত পাতে। তিনিটা আঙুলিৰে চেপা মাৰি আবুৰে গাজি দিয়ে। দাতেই খবৰ নাপায়। তথাপি কাৰো আপত্তি নাই। সেয়াই আনন্দ। কেন্দুৰ তলৰ অনাবিল আনন্দ।

নাম ভাঙি আই সকল ঘৰা-ঘৰি গুচি যায়। থাকি যায় ভকত সকল। মিঠাতেলৰ চাকি জ্বলাই বসধৰে আকৌ মহাভাৰত পঢ়ে। বাকীবোৰে শুনে। কৌৰব পাণ্ডৱৰ জীৱনৰ লগত নিজৰ জীৱনবোৰ বিজায়। ধৰ্ম-অধৰ্ম, সমাজ ব্যৱস্থা, যুদ্ধ নীতি সকলোবোৰ কথা বিশদভাৱে আলোচনা কৰে। আলোচনাবোৰ মহাভাৰতৰ কাহিনীৰ পৰা ফালৰি কাটি আহি খেতি পথাৰত পৰেগে। গাৱঁৰ স্কুলখনৰ কথা। গোসাই ঘৰটোৰ কথা। আলি পদুলিৰ কথা—সকলোবোৰেই আলোচনাত স্থান পায়।

এইবাৰ ন আলিটো ভালদৰে বান্ধিব লাগে বুলি এজনে কৰা প্ৰস্তাব আনবোৰে সমৰ্থন কৰে। খেতি পথাৰলৈ যোৱা গাৱঁৰ সেইটোৱে প্ৰধান পথ। ৰাস্তাটো বাৰিষা অ'ত ত'ত ভাঙে। তেতিয়াই পথাৰৰ পৰা ধানৰ ভাৰ কান্ধেৰে কঢ়িয়াই আনা, ধানৰ

ডাঙৰী গৰুৰ গাড়ীৰে কঢ়িয়াই অনা বৰ অসুবিধা হয়। চৰকাৰৰ ফালৰ পৰা এইবোৰ আলি-পদূলি মেৰামতি কৰিবলৈ নাহে। হাজাৰা পাৰা গাৱঁৰ আলি-পদূলি, মন্দিৰ, নামঘৰ বান্ধি দিবলৈ চৰকাৰে কোনো দিন এক পইচাও আগবঢ়োৱা নাই। অৱশ্যে গাৱঁৰ মানুহে কোনো দিন চৰকাৰৰ ওচৰত হাতো পতা নাই। নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ হাজাৰা পাৰা গাৱঁৰ মানুহে জানে। বাহুত অসীম শক্তিৰে খোজ৷ ভৰত ধৰণী কপাই যেতিয়া হাজাৰা পাৰাৰ ডেকা আদহীয়া পথাৰত নামে তেতিয়া দেখিলে অনুমান হয়, এওঁলোকে ধৰণীৰ বুকু ফালি সোণ উলিয়াই আনিব। ইয়াত অভাৱৰ কথা থাকিব নোৱাৰে।

গোসাই ঘৰ দুটা ভাঙি গৈছে বুলি এজনে উল্লেখ কৰিলে। আন এজনে প্ৰস্তাৱ কৰিলে—খেতি উঠা'ৰ লগে লগে নামঘৰ দুটা যেনে তেনে ভাল কৰিব লাগে। আটাইবোৰে হয় হয় কৰিলে। তাৰ পিছত ক্ৰমে স্কুল ঘৰটো মেৰামতি কৰা, পুখুৰী দুটা খন্দা, পুখুৰীৰ পাৰত নাহৰ বকুল কেইজোপা মান বেছিকৈ ৰোৱা ইত্যাদি নানা কথা আলোচনা কৰে কেন্দুৰে তলত।

এই মহাভাৰত শুনা সময় খিনি আৰু আলোচনা কৰা সময় খিনিতো তেওঁলোক বহি নাথাকে। কোনোৱে ডলা, চালনী, খৰাহী আদিৰ দৈ তুলাই, কোনোৱে গৰুৰ পঘা বাটে, কোনোৱে উখনা হলাবাৰী চাচে। কোনোৱে সিয়লি, চেপা পল', জুলুকী আদি মাছ ধৰা আহিলা তৈয়াৰ কৰে। দেহ আৰু মনৰ সম্পূৰ্ণ খোৰাক লৈ কেন্দুৰ তল পবিত্ৰ কৰি ৰাখে হাজাৰা পাৰা গাৱঁৰ শ্ৰমিকে। কঠোৰ পৰিশ্ৰম লঘু কৰে ক্ষন্তেক বহি কেন্দুৰ তলত। দিনটোত কৰা সকলো শাৰিৰীক পৰিশ্ৰম কেন্দুৰ তলত লাঘৱ কৰে। ৰাতিৰ সাজ খোৱাৰ সময় হয়—লাহে লাহে ঘৰ মুৱা হয়। খাই উঠি কম পক্ষেও এশ এটাকৈ খোজ কাঢ়ে। তাৰ পিছতহে শোৱে। এইটো এটা ব্যায়াম।

ৰাতি পুৱায়। শীতল বতাহ বলে। কেন্দুত পখি চৰায়ে গীত গায়। পুবৰ পথাৰত সুৰুযে তলবল কৰে। কেন্দুৰ তল ৰঙা হৈ উঠে। হাজাৰা পাৰাৰ গঞা আকৌ পথাৰমুৱা হয়।

এনেদৰেই কেন্দু জোপাক কেন্দ্ৰ কৰি চলি আহিল গাৱঁৰ

লোকৰ জীৱন যাত্ৰা। কোনো বাধা নাই, শঙ্কা নাই, দ্বিধা নাই—যেন কুলু কুলু সুৰে বৈ থকা নিজৰা। কোনোৱে বান্ধ দি পানী জেউা দিয়া নাই।

কিন্তু এদিন এই অবিৰাম জীৱন যাত্ৰাত বাধা পৰিল। সংসাৰত ভাল কথা, ভাল কাম বেছি দিন তিষ্ঠিব নোৱাৰে। পবিত্ৰতাকে কলুষতাৰে ঢাকি ধৰিবলৈ মানুহে উঠি পৰি লাগে। মানুহ জাতি যিমান সংযমী, তিমান নিৰ্দ্দয়। যিমান অহিংস সিমান হিংসুক। পৰোপকাৰী যিমান পৰশ্ৰীকাতৰো সিমান। প্ৰতিহিংসা পৰায়ণ হৈ মানুহে সৎ পথ পৰিহাৰ কৰে।

আজি-কালি গধূলি তুমি একেবাৰে ফুৰিবলৈ নাহা। আমাক কিহত বেয়া পাইছা। বেয়া যদি পাইছা আগতেই পাব লাগিছিল। আমি গৰীব মানুহ, গৰীবক সকলোৱে ঘৃণা কৰে। তুমি সেয়াই আৰম্ভ কৰিলা। দেউতা অসুখত পৰি আছে। তেওঁৰ ঔষধখিনিকে আনিব পৰা নাই। দেউতাই যেতিয়া মোক আমিনা আমিনা বুলি মাতে—তেতিয়াই মোৰ বুকু ভাঙি যায়। মই জানো দেউতাই কি সুধিব! তেও সুধিব, মোৰ দাৰাইটো আনিলিনে? মই তেতিয়া কি বুলি কম? দাৰাইটো আনিবলৈ মোৰ হাতত জ'নো পইচা আছে? তোমালৈ বাট চাই থাকো আহিবা বুলি। তুমি আহিবলৈ এৰি দিলা। মই এতিয়া কি আনন্দত জীয়াই থাকো বাসব দা?

তুমি তেনেকৈ কিয় কৈছা আমিনা। এই বাসবৰ হৃদয় তুমি নুবুজিলা। সি কাকো গৰীব বুলি ঘৃণা নকৰে আৰু কাকো ধনী বুলিও চালাম নকৰে। বাসবৰ মানত সকলো সমান। তোমাৰ দেউতা মানে মোৰো দেউতা। তেখেতৰ অসুখত মই ঔষধ এটা কিনি দিবলৈও ভয় কৰিমনে? কিন্তু জানা আমিনা, মোৰ একমাত্ৰ বিপদ হৈছে সেই সিধন গাঁৱৰ কেন্দু জোপা। দিনে-নিশাই তাত মানুহ বহি থাকে। তাত মোৰ লগৰ লৰাও আছে জানো কেইজন। তাহাতে দেখিলেই মোক আমিনা আমিনা বুলি জোকায়। সেই কাৰণেই অহাটো পাতল হৈছে। তুমি ভুল নুবুজিবা আমিনা।

ঃ ভালেই হৈছে সেইবাবে। সিহঁত আৰু বেছি . কুজি-পুৰি

মৰক—সেই কাৰণে বেছিকৈ আহিবা। তোমাৰ যদি মন পবিত্ৰ হয়, মনত যদি সাহস আছে কৰলৈ ভয় নকৰিবা। সৎ আৰু সত্য কথা সাহসেৰে কবলৈ মানুহে অভ্যাস কৰিব লাগে। তেতিয়া মানুহ বিপদত নপৰে। তুমি যদি সিদ্ধান্ত কৰিবলৈ এতিয়াও বাকী আছে তেতিয়া বেলেগ কথা। অৰ্থাৎ ভয় আৰু শঙ্কাৰ কথা। যদিহে সিদ্ধান্ত কৰিবলৈ বাকী নাই তেন্তে ইয়াত লাজ আৰু শঙ্কাৰ কাৰণ নাই বাসব দা।

সিদ্ধান্ত লবলৈ মোৰ বাকী নাই আমিনা। কিন্তু সকলো সিদ্ধান্তকে সমাজে স্বীকৃতি নিদিয়ে। সমাজৰ বান্ধোনকো উলাই কৰিব নোৱাৰা। তোমাক আৰু মোক লৈয়েতো সমাজখন গঠিত হৈছে। বাৰু এইবোৰ এৰা, দেউতাৰ কাৰণে ঔষধটো কাইলৈ আনিবা। মই এইখিনি দিলো। বেছি পলম নকৰো, মই এতিয়া আহিলো।

বাসব ঘৰলৈ নগল। তেও আমিনাৰ পৰা বিদায় লৈ বাহিৰে বাহিৰে, মফিজ গাওবুঢ়াৰ ওচৰলৈ গল। মফিজে কোৰাণ শ্বৰিফ পঢ়ি আছিল। বাসবে 'ককা ঘৰত আছেনে' বুলি মাত দিওতেই গাওবুঢ়া বাহিৰলৈ ওলাই আহি বাসবক আ.তা-পুতৌকৈ বহিবলৈ দিলে আৰু সুধিলে . এই ৰাতিখন কি উদ্দেশ্য কৰি মোৰ ঘৰলৈ আহিলি ৰুচোন ক সোণাই। বাসবে বৰ ধেছি পাতনি নেমেলা-কৈয়ে কলে ঃ ককা মই তোমাৰ ওচৰত এটা পৰামৰ্শ লবলৈ আহিলো। তুমি নিশ্চয় শুনিছা, মকছেদ খুৰৰ ছোৱালী আমি-নাক মই ভাল পাও। তোমালোকৰ সমাজে মোক অনুমতি দিবনে? বুঢ়াই হাহিলে। এফাকি বিহুনাম গালে— 'তোমাৰ মনে গলে, মোৰো মনে গলে কি কৰিব জাতি কুলে''। আৰু কলে—দুজনৰ মনৰ মিল থাকিলে সমাজৰ বান্ধে একো কৰিব নোৱাৰে বোপাই। তথা-পিতো আমাৰ এই পিচপৰা অঞ্চলৰ মুছলমান সমাজে এই কথাক সমৰ্থন নিদিলেও সেই গাৱৰ কেন্দুৰ তলৰ সমাজখনে তোমাক সহায় কৰিব। তাতে হিন্দু ধৰ্ম অনুসাৰে আমিনাক তুমি গ্ৰহণ কৰিবা। বাসবে গাওবুঢ়াৰ কথাত বৰ আনন্দ পালে। বুঢ়াৰ পৰা বিদায় লৈ তেও ঘৰমুৱা হ'ল।

কেন্দুৰ তলত আকৌ গাৱৰ মানুহ খিনিক লগ পালে বাসবে।

তেওঁলোকে ভাত-পানী খাই উঠি তাতে জিৰণি লৈছিল। বাসৰ তাতে ৰ'ল। সকলোৱে সুধিলে এই ৰাতিখন তেওঁকৰ পৰা আহিল। বাসৰে কথা নুলুকালে। গাওবুঢ়াই বুজাই দিয়া মতেই তেওঁ ৰাই-জৰ আগত প্ৰস্তাবটো আগবঢ়ালে। বাসবৰ এই সৰল প্ৰকাশত সকলোৱে বৰ আনন্দ পালে। ৰস খুত্তিয়ে (খুৰাই) কলে: তুমি বৰ জ্ঞানৰ কথাকে কলা বোপাই। পৃথিবীত কোনো আত্মাই নীচ নহয়। কাম-কাজৰ সুবিধাৰ কাৰণেহে জাতি গঠন হৈছে। ভগৱানে কোনো জাতিৰ মাকা মাৰি দিয়া নাছিল। আমি মানুহহে এইবোৰ তৈয়াৰ কৰি লৈছো। যোৱা, তুমি ছোৱালীজনীক আনাগৈ। আমি ইয়াতে কেন্দুৰ তলতে হিন্দু ধৰ্মৰ প্ৰথামতে তোমালোকক পবিত্ৰ কৰিম।

যথা সময়ত কেন্দুৰ তলত বাসৰ আৰু আমিনাৰ হিন্দু ধৰ্মৰ প্ৰথা মতে বিবাহ কাৰ্য্য সম্পন্ন হৈ গ'ল। সিদিনাৰ পৰাই আমিনাৰ নাম হ'ল বাসন্তী'। তেওঁলোক এতিয়া মহা সুখতেই আছে। বাসন্তীৰ কপাল আৰু শিৰত ৰঙা সেন্দুৰৰ ফোট তলবলাই থাকে। কীৰ্ত্তন-দশম, গীতা-ভাগবত, লক্ষ্মী চৰিত আদি পুথি বৰ শুৱলাকৈ পঢ়িব পাৰে।

দিন যায়। কথা থাকে। নৈৰ বুকুত বালিচৰ পৰি নৈ মৰে। পৰ্বতৰ পৰা শিল খহি খহি তাৰ উচ্চতা হ্ৰাস হয়। এই বোৰত কোনো বিশেষত্ব নাই। মানুহে এইবোৰ কথাত কোনো গুৰুত্বও নিদিয়ে। গছ মৰে, নৈৰ গৰা খহনীয়া হয়, তাতো ভাবিব লগীয়া নাই।

হাজাৰী পাৰাৰ এই কেন্দু জোপাও হঠাতে এদিন কাটি পেলালে। চৰকাৰে গাৱঁত বিজুলী বাতিৰ সৰবৰাহৰ আচনি হাতত লৈছে। গাৱঁৰ মাজেৰে লাইন গৈছে। কেন্দুজোপা নাকাটিলে খুটা পুতিব নোৱাৰি। সেয়ে সাতাম পুৰুষীয়া কেন্দু জোপা কটা হ'ল। কিন্তু এইজোপা কেন্দুৰ মৃত্যুত হাজাৰীপাৰা গাৱঁৰ মানুহে হিয়া ঢাকুৰি কান্দিলে। বিশেষকৈ পচিশ বছৰৰ আগতে যি সকল লোকৰ এইডাল কেন্দুক আশ্ৰয় কৰি জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, আনন্দ-ধেমালী প্ৰবাহিত হৈ আছিল তেওঁলোকৰ হিয়া উজাৰি অহা হুমুনিয়াহ দেখিলে শিল ফাটিও পানী ওলাই আহিব

খোজে। মানুহৰ চকুৰেতো কথাই নাই।

মই লগ পাইছিলো ভৃগুদাক। পশিচ বছৰ আগেতে ৰাস্তত দপ দপীয়া ধানৰ ভাৰ লৈ আহি ক্ষন্তেক কেন্দুৰ তলত জিৰণি লোৱা ভৃগুদা এতিয়া বুঢ়া হৈছে। হাতত লাঠি লৈ খোজ কাঢ়ে। চকুৰে ভালদৰে নমনে। তামোল খুন্দি গিলি থয়। তেওঁ কলে : বাপা, তুমি দেখোন গাৱঁৰ ফালে বহুদিন যোৱা নাই। এতিয়া গাৱঁৰ সেই আগৰ ভেশ নাই। আগেয়ে হাজাৰা পাৰা গাৱঁত কাৰোবাৰ ঘৰত কঠাল এটা পকিলেও ছয় কুৰি ঘৰ গিৰিয়ে ভাগ বাটোৱাৰা কৰি খাইছিল। মাছ পুঠিৰটো কথাই নাই। সাতাম পুৰুষীয়া কেন্দুজোপা তুমি আৰু দেখিবলৈ নাপাবা''। তেওঁৰ এটা দীঘল হুমনিয়াহ আহি পৰিল।

মই খুব আচৰিত হলো। আচৰিত হবলগীয়া কথাই। য'ত সোণালী শৈশৱ কালৰ বেছিভাগ সময়েই অতিবাহিত কৰিছিলো, সেইজোপা কেন্দুৰ তলত—সেই সাতাম পুৰুষীয়া কেন্দুজোপা আকৌ দেখিবলৈ নাপাম। এই কথা হৃদয় বিদাৰক। ভৃগুদাই কোৱাৰ লগে লগেই অতীতৰ সকলোবোৰ কথাই মনলৈ আহিছিল। এজোপা গছৰ খতিয়ে মোৰ অন্তৰ ভাগি দিছিল।

কিন্তু মোক আৰু বেছি আচৰিত কৰি দি ভৃগুদাই হুক হুকাই কান্দি দিছিল। আৰু কান্দি কান্দি কৈছিল : বাপা, আৰু বৰ দুখৰ খবৰ—গাওঁখন এতিয়া দুই খেল হৈছে। তাৰ ফলত গাৱঁত হিংসা-হিংসি, খিয়লা-খিয়লি। কাজিয়া-পেচাল বাঢ়িছে। এই খেলৰ মানুহ যেন সেই খেলৰ শত্ৰু। এইবোৰতো দুখ নকৰিলোহেতেন, যদিহে সিদিনাৰ ঘটনাটো নঘটিলহেতেন। তুমি জানা, মোৰ এক-মাত্ৰ ছোৱালী মাইকনৰ বিয়াত মোৰ ভাইটো, তেওঁৰ পৰিয়াল নাহিল ; কাৰণ তাহাত আমাৰ খেলত নাই। ইয়াতকৈ দুখৰ কথা আৰু কিবা হব পাৰেনে ? এটা সৰু লৰাৰ দৰে সি কান্দিছিল।

এৰা, গাৱঁৰ সমাজৰ এনে বান্ধোন। ভৃগুদাৰ ভায়েক শিগুদা একেলগে বাস কৰে। ইঘৰ সিঘৰ, দুয়ো ঘৰৰ মাজত নদী নাই। নাই কোনো উচ্চ পৰ্বতমালা। যাৰ কাৰণে তেওঁলোক অহা-যোৱা কৰিব নোৱাৰে। বাধা মাত্ৰ সমাজৰ। এই বাধাই মানুহৰ মান, বভাকো যৰিমুৰ কৰি খেলাইছে।

ভৃগুদাই পুনৰ কলে: গাওখন দুখেল হোৱাৰ মূলতে হ'ল সেই কেন্দুজোপাই। কেন্দুজোপা নোহোৱা কাৰণেই মানুহৰ মনবোৰো ভাঙি গৈছে। আগেয়ে মানুহবোৰে দুখে-ভাগৰে, আনন্দ-বিৰহে সকলো সময়তে ইয়াতে আহি সমাবেত হৈছিল। সুখৰ দুখৰ মনৰ কথা পৰস্পৰে কোৱা কুই কৰিছিল। কাৰো প্ৰতি কাৰো হিংসা দ্বেষ নাছিল। এতিয়া কোনোৱে কাৰো মুখ নেদেখে। চুকে কোণে সোমাই থাকি কুচ্চা ৰতনা কৰিবলৈ সুবিধা পাইছে। এই মানুহ বোৰক ভগবানে সুমতি নিদিলে গাওখন ধ্বংস হব বোপা। তুমি গৈ কিবা এটা কৰা। তোমালোক গাৱঁৰ শিক্ষিত লৰা হৈ গাওখন এৰি আহিলা। কিন্তু গাওখন এতিয়া কোন পথে গৈছে তোমালোকে চকু দিয়া কৰ্তব্য। এতিয়াতো আমি শুনিবলৈ পাও চৰকাৰে বোলে গাওবোৰৰ উন্নতিৰ হকে বহুত কাম হাতত লৈছে। কিন্তু চৰকাৰেতো চৰিত্ৰৰ উন্নতি কৰিব নোৱাৰে।

মই শেষত তেওক পৰামৰ্শ এটা দিলো: দাদা, পুৰণি গছ মৰিল, পুৰণি স্মৃতিও মৰিল। এতিয়া নতুন আশাৰে আকৌ নতুন গছ এডাল কৰ লাগে। এই গছ ডাঙৰ হব—ভবিষ্যতৰ নতুন পুৰুষে এই গছৰ তলত আকৌ নতুন আদৰ্শেৰে অনুপ্ৰাণিত হব। গাৱঁৰ সকলো লোকে আকৌ একতাৰ ডোলেৰে আপুনি বান্ধ খাব। ইয়াৰ পৰা গৈয়েই এডাল নতুন গছপুলি কৰগৈ। পুলিটোত সাৰ পানী আপুনিয়েই দি থাকিব।

মোৰ কথাখিনি শুনি ভৃগুদাৰ মুখত হাহি এটা বিৰিঙি গল। হাহি হাহি কলে, হয় বোপা। তুমি ভাল কথাই কলা। মই ইয়াৰ পৰা গৈয়েই গছ এডাল কম। গছজোপাৰ নাম ৰাখিম 'একতা বৃক্ষ'। গছে মানুহক ছা দিয়ে, ফল দিয়ে, খৰি দিয়ে, আৰু একতাৰ ডোলেৰেও বান্ধে। এটা কেচুৱাৰ দৰে তেও হাহিছিল।

—o—

# তেওঁলোকেই তোমাক

সিদিনা গাৱঁলৈ গৈছিলো। গাঁৱৰ মানুহবোৰৰ আন্তৰিক আবেগিক আৰু প্ৰাণস্পৰ্শী কথাবোৰ শুনিবলৈ ভাল লাগে। তেওঁলোকৰ মনত কোনো অহংকাৰ ভেম নাই। সকলোৱে দেখিলেই মাত এষাৰি দিয়ে, খবৰ বাতৰি লয়, আন্তৰিকভাবে নিমন্ত্ৰণ জনায়: আহিছে যেতিয়া আমাৰ পিনেও পাক এটা মাৰিবচোন।

সিদিনা গৈছিলো বীণাহঁতৰ ঘৰলৈ। গাওঁখনৰ ভিতৰতে বীণাহঁত দুখীয়া। তেওঁলোকে কচু, ঢেঁকীয়া, ঔটেঙা, বওালাউৰ আগ, মাটিমাহৰ ডাইল, বেল, জাম, মধুৰীআম আদি খাই কোনোৰকম জীৱন নিৰ্বাহ কৰে। মই গাওঁখনলৈ গলে বীণাহঁতৰ ঘৰলৈ এবাৰ যাওঁ। তাই মই গলে বৰ আনন্দ পায়। গাঁৱৰ গাভৰু ছোৱালীয়ে চহৰৰ মানুহ আহিলে বৰ ভাল পায়। তেওঁলোকে সেইটো বৰ গৌৰৱৰ কথা বুলি ভাবে। ময়ো অকল যাওঁ বুলিয়েই বীণাহঁতৰ ঘৰলৈ যোৱা নহয়। "আইবো বাতা গঙ্গবো ষাত্ৰা" কৰিহে যাওঁ। সিদিনা প্ৰফুল্লহঁতৰ বিয়ালৈ যাওঁতে বীণাহঁতৰ ঘৰলৈ গৈছিলো।

বেলি ডুব যোৱা সময়ত বীণাৰ লগত ফুৰিবলৈ ওলাইছিলো। লগ পাইছিলো প্ৰাণেশ্বৰক। বীণাৰ মুখত তেওঁৰ সকলো কথা শুনিছিলো। প্ৰাণেশ্বৰ গাঁৱৰ ভিতৰতে মাতব্বৰ লোক। গাৱঁৰ ধনী। দুটা ভঁৰাল ধানেৰে ভৰি থাকে। গাঁৱৰ দুখীয়া গৰীৱৰ মাটি-বাৰী বন্ধকত ৰাখে। তেওঁলোকে খালাচ কৰিব নোৱাৰে। প্ৰাণেশ্বৰে "ফন্দী' কৰি কম মূল্যত কিনি পেলায়। বাচন-বৰ্তন, গহণা-গাঠৰি পেটৰ ভোকত প্ৰাণেশ্বৰক জমা দি টকা নিয়ে। সময়ত উলিয়াই নিব নোৱাৰে। সেইবোৰ প্ৰাণেশ্বৰৰ হৈ যায়। এনেধৰণে আত্মসাৎ কৰি কৰি প্ৰাণেশ্বৰ গাঁৱৰ ভিতৰত মাতব্বৰ লোক।

ভালেকিজন বন্ধা ভত্‌ৰা ৰাখি খেতি কৰে। বুঢ়াদিয়া নদীৰ পাৰৰ পলসুৱা মাটি।

এনেহেন প্ৰাণেশ্বৰক বহুত দিনৰ মূৰত লগ পাই বৰ ভাল লাগিছিল। আচলতে কোনো বিশেষ কাম নোহোৱাকৈ ফুৰিবলৈ যোৱা মানুহে চেলবেলাই থাকিবলৈ ভাল পায়। ইয়াতে দুটা কথা থাকে—এক সময় খিনি কটোৱা, দুই নিজৰ কথাখিনি কোৱা। প্ৰাণেশ্বৰে বাহিৰত বেতৰ চক এখন পাৰি বহি আছিল। তেওঁৰ পদুলিত বেছিভাগ সোণাৰু আৰু পাতবাহাৰৰ গছ। সোণাৰুৰ ফুলবোৰ হালধীয়া আৰু পাতবাহাৰৰ পাতবোৰ আছিল হালধীয়া আতৰ। এই হালধীয়া ৰঙৰ আভাত প্ৰাণেশ্বৰৰ শৰীৰটোও হাল-ধীয়া যেন লাগিছিল।

কিন্তু প্ৰকৃততে তেনে নহয়। প্ৰাণেশ্বৰৰ বেমাৰ। শৰীৰত তেজ নাই। মানুহটো গেছদি পকোৱা সোতোৰা পৰা আমৰ দৰে দেখা গৈছিল অথবা পকা তিতা কেৰেলাৰ লগতো তুলনা কৰিব পাৰি।

মোক দেখি প্ৰাণেশ্বৰে বৰ ভাল পালে। তেওঁ এক প্ৰকাৰ আচৰিত হোৱাৰ দৰে কলে, আৰে ভাই শশধৰ কেতিয়া আহিলা? আহা, আহা, বহা। আজি বহুদিনৰ পৰা তোমাক দেখা নাই। এতিয়া ক'ত থাকা, কি কৰা একোকে খবৰ নাপাও। বহা, বহা ভাই।

তেওঁৰ আন্তৰিকতা দেখি বৰ ভালেই লাগিল। মই বহিলো। বীণাৰ বাবে বেতৰ মূঢ়া এটা দিলে। বীণাই প্ৰথমতে বহা নাছিল। মই বহিবলৈ কোৱাত প্ৰাণেশ্বৰে কলে ঃ যা ভিতৰত বহগৈ। মতা মানুহৰ লগে লগে ছোৱালী মানুহ ঘূৰি ফুৰিলে শোভা নাপায় নহয়। নে কি কোৱা শশধৰ? হে, হেঃকৈ প্ৰাণেশ্বৰে হাঁহিলে। বীণাই আমাত ইঙ্গিত কৰি লাজত পৰা দেখুৱালে।

তথাপিতো বীণা উঠি গ'ল। অকণমান দূৰৰ পাত বাহাৰ এজোপাৰ তলত থিয় হৈ থাকি তাৰে দুইএটা পাত ছিঙি হাতেৰে কুটি থাকিল। তাই অস্বস্তিবোধ কৰিলে।

মই প্ৰাণেশ্বৰৰ লগত কথা পাতিলো। পোনে পোনে তেওঁক সুধিলো ঃ কিহে ভাই তোমাৰ স্বাস্থ্যপাতি বৰ বেয়া হৈছে। একো খোৱালোৱা নকৰাই নেকি?

প্ৰাণেশ্বৰ : সেঃ সে সেঃ, বৰ কথা কলাহে শশধৰ, বৰ কথা কলা। মোৰ ঘৰত নাই কি ? তোমালোকৰ টাউন চহৰৰ কথা বুলি ভাবিছা নেকি ? শুকান তৰকাৰী, মচলা মুক্ত ভাজি, সেন্দুৰেৰে বোলাই ৰখা মাছ-মাংস পাউদাৰ মিহলি গাখীৰ, নাপিতৰ বাটিৰ সমান ডাঙৰ মাটিৰ কাপত জমোৱা দৈ—কৃত্ৰিম, সব কৃত্ৰিম খাই তোমালোক প্ৰাণৰক্ষা কৰিছা। আহাচোন, মোৰ ঘৰত তোমাক দেখুৱাওঁ, কি নাই ?

মই ঃ সেই কাৰণেইতো কৈছো, অতবোৰ বস্তুৰ মাজত থাকিও তোমাৰ স্বাস্থ্য টো শুকান তিয়ঁহৰ দৰে সোতোৰা পৰিছে কিয় ? সেই ছোৱালীজনীলৈ চোৱাচোন তাইৰ কেনে নিটোল স্বাস্থ্য। মই বীণাক দেখুৱালো।

বীণা সঁচাকৈয়ে স্বাস্থ্যৱতী। তাই স্বাভাৱিক বগা, নিয়মীয়া ওখ। চুলি চকুৰ চেহাউৰি মিচমিচিয়া কলা। শৰীৰৰ মাংসপেশীবোৰ পকা নগুলাউৰ দাৰ ওফন্দ আছে। চহৰৰ ক্ৰীম, বাটাৰ, মটন, চিকেন ইত্যাদি খোৱা ছোৱালীবোৰ বীণাৰ ওচৰত থিয় হলে গাইৰ ওচৰত দামুৰি থিয় হোৱাৰ দৰে লাগিব।

প্ৰাণেশ্বৰে কলে, হয়হে শশধৰ দীননাথৰ ঘৰত কিটো খাবলৈ আছে, অথচ তাৰ ছোৱালীৰ এই চেহেৰা। মোৰ কি নাই—পুখুৰীৰ ৰৌমাছ, হাঁহকণী, পোহনীয়া মৌ, গাইৰ গাখীৰ ঘৰৰ পাচলি জহা-চাউলৰ ভাত চব খাওঁ, অথচ মোৰ এই ৰক্তহীন বেমাৰ। ইয়াৰ ভিতৰুৱা কাৰণ আছে শশধৰ, কাৰণ আছে। তুমি মোৰ বন্ধু। এসময়ত একেলগে পঢ়া বন্ধু। তোমাৰ আগত কথাবোৰ খুলি কব পাৰিলেই পাতল পাতল লাগিব।

মই ঃ এৰা, মযো ইয়াত কিবা এটা ৰহস্য থকা বুলিয়েই অনুভব কৰিছো, নহলে অতবোৰ ভাল ভাল বস্তু খায়ো তোমাৰ স্বাস্থ্যটো এনে বেয়া হৈ গৈছে কিয়। ৰাজসুখত আছা তুমি। দপদপীয়া স্বাস্থ্য হৈ থাকিব লাগিছিল।

প্ৰাণেশ্বৰে এটা দীঘল হুমুনিয়াহ এৰিলে আৰু বীণাৰ ফালে চাই কলে অ' আই, তই ভিতৰলৈ যাচোন। আমি অলপ গোপনীয় কথা পাতো। আহ মযেই তোক থৈ আহো।

বীণাক থৈ আহি প্ৰাণেশ্বৰে কলে : এতিয়াহে হলেই, আমি ভিতৰতে বহোগৈ বলা। আমাৰতো ঘৰখনৰ লগত তোমাৰ চিনাকিয়েই

নাই ।

তেওঁ মোক খোলামুখৰ মেম্প এটাৰ তীব্ৰ পোহৰেৰে পোহৰ হৈ থকা কোঠালী এটাত নি বহুৱালেগৈ। চকী মেজ আদিৰে পৰিপাটিকৈ সজোৱা কোঠাটো । বেৰত ভাৰতবৰ্ষই মহাপুৰুষ আখ্যা দিয়া কেইজনমান ৰাজনীতিবিদৰ ছবিও অকা আছে । তেওঁ মোক তাতে বহিবলৈ কৈ নিজেও বহিল আৰু কলে ঃ কোনো নাহোতেই তোমাক কথাখিনি কৈ লও । আচলতে মোৰ স্বাস্থ্যটো এনে কিয় বেয়া হৈছে জানা ? তেওঁৰ পিনে অতি উৎসুকতৰে চালো, তেওঁ দুৱাৰ খন অকণমান বন্ধ কৰি দি মোৰ প্ৰায় কাণৰ ওচৰত ফুচফুচাই কলে মই মদ খাও জানা, অতিপাত মদ খাও মদে মোৰ স্বাস্থ্যটো নষ্ট কৰিলে । মই লগে লগে ছিঃ ছি প্ৰাণেশ্বৰ, তুমি বৰ বেয়া কাম কৰিছা । চৰকাৰে মদ নিবাৰণ কৰিবলৈ কত টকা খৰচ কৰিছে । মদ বৰ বেয়া বস্তু । অথচ, তুমি তাকে খাই জীৱনটো ধ্বংস কৰিছা ?

প্ৰাণেশ্বৰে হে হে কৈ হাঁহিলে, মদ বেয়া বস্তু ? চৰকাৰে মদ নিবাৰণ কৰিছে ? বৰ হুহুৱালাহে শশধৰ । তুমি জানা, পৃথিৱীত যিমান বেয়া বস্তু আছে, মানুহে সেইবোৰেই বেছি ভাল পায় ।

মাজুতে বীণাই আহি কলে ককাইদেউ, যাওঁগৈ বলক । ৰাতি হ'ল । ঘৰত মাৰ অসুবিধা হব পাৰে ।

প্ৰাণেশ্বৰে মাজুত কলে ঃ তই আৰু অকণমান বহ আই, আমাৰ কথাখিনি শেষ কৰো ।

লগে লগে কোঠালীলৈ বোৱাৰী এজনীয়ে আমালৈ খোৱা বস্তু আনিলে বহুত কিবাকিবি । যেনে — সিজোৱা কণী, তিয়হঁ, আম, কঠাল, গাখীৰ, মৌ আৰু বৰা চাউলৰ জলপান । প্ৰাণেশ্বৰে লগে লগেই চিনাকি কৰি দিলে এওঁ প্ৰমীলা, মোৰ তৃতীয়জনী ঘৈণী । যোৱা মাঘত আনিছো । ঘৰত খাবলৈ নাই, শুকাই মৰে । বাপেকক দুইবিঘা জমি বন্ধকৰ পৰা মোকোলাই দি এওঁক আনিছো । প্ৰমীলাই খোৱা বস্তুখিনি থৈ মোক নমস্কাৰ এটা দিলে । বৰ মৰম লগা ছোৱালী । চকু দুটা আৰু মুখখনেই প্ৰমাণ কৰি দিয়ে তাই প্ৰমীলা বুলি । প্ৰাণেশ্বৰে লগে লগেই মোৰো পৰিচয় দিলে এওঁ শশধৰ ভাগৱতী । হাইস্কুলত একেলগে পঢ়িছিলো । এতিয়া

টাউনত থাকে। চৰকাৰী চাকৰি কৰে। বহিছু। যা ভিতৰলৈ যা, চাহ আনগৈ। মই অতবোৰ বস্তু খাই চাহ খোৱাৰ আৱশ্যক নাই বুলি কোৱাত প্ৰমীলা ওলাই গল।

মই বস্তুখিনি খৰধৰকৈ খাই আহিবলৈ ওলালো। প্ৰাণেশ্বৰে শেষত থিয়ৈ থিয়ৈ মোক আচল কথাখিনি কলে : জানা শশধৰ, এই 'ডাঙৰমানুহ' মথাই মোক মদ খাবলৈ শিকালে। সিহঁতে এই অঞ্চলত মিটিং কৰিব'ল আহিলে, ভোটৰ কেনভাচ কৰিবলৈ আহিলে মোৰ ইয়াতে আড্ডা মাৰে। সিহঁতৰ মোৰ ঘৰখন বেচ্ট হাউছ। সেই ভদ্ৰলোক বিলাকেও যে মদ খায় আগতে মই সপোনতো ভবা নাছিলো। তুমিতো জানা, মৌজাদাৰক দেখিলেও ভয়খোৱা মানুহ আছিলো। গতিকে ডাঙৰ মানুহৰ প্ৰতি কিমান ভয় হব পাৰে। কিন্তু সেইসকলেই যেতিয়া মোৰ ঘৰত মদৰ বটল খোলে, মই নাখালেও জোৰ কৰি মোক খুৱায়, তেতিয়া তেওঁলোকৰ প্ৰতি ভয় শ্ৰদ্ধা ক'ত থাকে—তেওঁলোকৰ লগত ময়ো মদাপী হৈ পৰিলো। তেওঁলোক অহা দিনকেইটাত বিলাতী মদকেই খাও। তাৰ পিছত গেলাবটলকেই ধৰো। এইদৰে ধৰোতে ধৰোতে লিভাৰ খাই পেলালে আৰু আজি মোৰ এই অবস্থা।

ইয়াৰ পিছত প্ৰাণেশ্বৰক কেনেকৈ এই পথৰ পৰা ঘুৰাই আনিব পাৰো—সেই চিন্তা মনত খোপনি পুতি বহিল। তেওঁক কোনো উপদেশকেই নিদি কলো বাৰু প্ৰাণেশ্বৰ, মই এতিয়া যাওঁ। বীণাৰ মাকহঁতে চিন্তা কৰিব পাৰে, তদুপৰি প্ৰফুল্লহঁতেও মোক বিচাৰিব পাৰে, কাইলৈ বাতিপুৱা মই আকৌ আহিম। তোমাৰ লগত মোৰ কথা আছে। প্ৰাণেশ্বৰে বৰ ভাল পালে; পদুলিলৈ আগবঢ়াই থবলৈ আহিল। কলে নিশ্চয় আহিবা। ইয়াতে তুমি কাইলৈ খাবও লাগিব।

মোৰ মনটো প্ৰাণেশ্বৰৰ ওচৰত ঘৰি ফুৰিছিল। মৌন হৈ গৈ আছিলো। মৌনতা ভংগ কৰি বীণাই কলে : ককাইদেউ, কথা এটা কম বেয়া পাবনেকি? মই তেওঁক যি ইচ্ছা কব পাৰে বুলি অনুমতি দিলো। আমি এনেদৰে আন্ধাৰ বাতি গৈ থকা অৱস্থাত দুই-চাৰিয়ে লগ পালে। কোনে কি ভাবিলে নাজানিলো। বীণাই কলে. ককাইদেউ, চৰকাৰী মানুহবোৰ গঁচাকৈয়ে বেয়া মানুহ।

তেওঁলোকে কাগজে-পত্রে যি প্রচাৰ কাৰ, কামত তাৰ বিপৰীত। গাৱঁৰ মানুহক এওঁলোকেই সৰ্ব্বহাৰা কৰে - চৰকাৰী মানুহমখা আছিয়েই প্রাণেশ্বৰ থূৰাক বেয়া কৰিলে। লগতে গাওঁখনো বেয়া কৰিলে। গাওঁবিলাক এতিয়া আগৰ গাওঁ হৈ থকা নাই। আপোনালোক এদিনীয়াকৈ আহি গাৱঁৰ কথা কি বুজিব। আমিহে জানো গাৱঁৰ কথা—গাওঁবোৰ কেনে অধ পতনৰ ফালে গৈছে। আপুনি পাৰিলে কিবা এটা কৰক।

মই কলো এবা ৰীণা, প্রাণেশ্বৰৰ স্বীকাৰোক্তিয়ে মোক সকলো কথা পৰিস্কাৰ কৰি দিছিল। তুমিও স্পষ্ট চিত্রপট দাঙি ধৰিলা। মোৰ বুজিবলৈ বাকী নাই। সচাঁকৈয়ে ৰক্ষকে ভক্ষক হৈ দেশখন নষ্ট কৰিলে। কিন্তু ইয়াৰ নিবাৰণৰ এটা মাত্র পথ আছে। সেই পথৰ পথপ্রদৰ্শক হব লাগিব তুমি, পাৰিবানে ?

ৰীণাই খুব উৎফুল্ল হৈ আবেগিক স্বৰত উত্তৰ দিলে পাৰিম, পাৰিম ককাইদেউ, কওঁক কি সেই পথ।

ইতিমধ্যে ৰীণাহতৰ ঘৰ পাইছিলো। ৰীণাই বহিবলৈ অনুৰোধ কৰিছিল। মই নবহিলো। ৰাতিপুৱা আহিম আৰু তেওঁক সেই পথৰ কথা কমহি বুলি বিদায় ললো।

ৰাতিপুৱা ৰীণাক কলো : তোমালোক যুবক যুৱতীবোৰে দল বান্ধি এই কুকায বোধ কৰিব লাগিব। যেতিয়া চৰকাৰী মানুহমখা প্রাণেশ্বৰৰ ঘৰত মদ খাবলৈ আহিব তোমালোকে দল বান্ধি গৈ তেওঁলোকক বাধা কৰিবা, নিন্দা কৰিবা নামানিলে প্রহাৰ কৰিবা। গণতন্ত্রৰ যুগ। সকলোৰে সমান অধিকাৰ। তোমালোকে গাৱঁৰ মানুহখিনিৰো সহায় খুজিবা। বাহুত তোমালোকৰ শক্তি আছে, মাথো অন্তৰত সাহস লাগিব। বীৰাঙ্গনাৰ দেশৰ নাৰী তোমালোক, ৰক্তত বীৰৰ তেজ আছে, কণ্ঠত আছে বীৰত্ব, নোৱাৰিবা কিয় ?

ৰীণাই কলে : পাৰিম, পাৰিম ককাইদেউ। ৰাতিপুৱাৰ অৰুণৰ আভাত ৰীণাৰ মুখখন বীৰৰ দৰে তেজাল হৈ উঠিছিল।

ইয়াৰ পিছত প্রাণেশ্বৰক লগ নধৰাকৈয়ে মই গাওঁ এৰি গুচি আহিলো। ঠিক কৰিলো তেওঁলৈ চিঠি এখন লিখিম। মুখেৰে কব নোৱাৰা কথাবোৰ চিঠিৰে জনাব পাৰি। চিঠিত মুখলজ্জা নাথাকে। প্রাণেশ্বৰৰ চিঠিত কি লিখিম, বাহুত বহি বহিয়েই

মুগুতাই ললো। লিখিম ঃ.. বন্ধু হিচাপে তুমি মোৰ আগত সকলো কথাই স্বীকাৰ কৰিছা, তোমাৰ আত্মশুদ্ধি হৈছে। প্ৰাৰ্থনা খনকো তুমি মুক্ত কৰা, নিজেও জীয়াই থাকা। সংসাৰত সুস্বাস্থ্যৰে জীয়াই থকাটো তোমাৰ কৰ্তব্য আৰু দায়িত্ব। প্ৰমিলাহঁতৰ দৰে গাভৰু ছোৱালীৰ জীৱন নষ্ট নকৰিবা। পাপ-পুণ্যৰ কথাও অলপ ভাবিবাচোন। চৰকাৰী মানুহমখাৰ দায়িত্ব লবলৈ মই বীণাক কৈ আহিছো। তুমিও তাইক সহায় কৰিবা। তুমি মোৰ বন্ধু। হাইস্কুলত থাকোতে তুমি যেনে বুৰ্ব্বক আছিলা এতিয়াও তুমি তেনে বুৰ্ব্বক হৈয়েই আছা। বেয়া নাপাবা। নৈতিক চৰিত্ৰ আনে শুধৰাব নোৱাৰে। তথাপিতো নীতি বচনৰ কিতাপ আছে।

চিঠিখন পোষ্ট কৰাৰ এবছৰৰ মূৰত যোৱাকালি বীণাৰ পৰা চিঠি এখন পালো। তাই লিখিছে ককাইদেউ যোৱা মঙ্গলবাৰে প্ৰাণেশ্বৰ খুৰাদেউ চুকাল। নাকে মুখে তেজ বমি কৰিছিল। চৰকাৰী ডাক্তৰ আহিছিল মৰাৰ পিছতহে। ভাল নহল। আমি- য়েই মৰাশটো খৰি দিলো। কোনো চৰকাৰী মানুহ এবৰ লবলৈ নাহিল ।

" নিশ্চয় আহিবা, ইয়াতে তুমি কাইলৈ খাবও লাগিব, বিদায়ৰ শেষ মুহূৰ্ত্তত প্ৰাণেশ্বৰৰ নিমন্ত্ৰণ মই ৰক্ষা নকৰিলো। প্ৰাণেশ্বৰ, বন্ধু মোৰ, তেওঁলোকেই তোমাক

—o—

# ঘনচিৰিকা

কৰুণাকান্তই ৰাতিপুৱাই কৌশল্যাক কলে যে তাইক তেনেকৈ নিৰবৈ ত্যাৰ লাজেই লাগে। তদুপৰি তাৰ তেনেকৈ অভ্যাসটোৰো হৈ উঠা নাই। মেচিন-ইঞ্জিনৰ কথা। নিজৰ ভৰিৰে বাট বুলা আৰু আনৰ ওপৰত উঠি বাট বুলাৰ মাজত বহুত পাৰ্থক্যও আছে। কৌশল্যাই কিন্তু নামানিলে। তাই ইফালৰ ওঠটো সিফালে নি মুখৰ পাক এটা মাৰি কলে. এঃ এ° ইমান লাজৰ কইনাটো। বোলো 'লাজতে মৰে, সাজতে ধৰে'—ইমান লাজটো কৰি দেখুৱাব নালাগে নহয়। আনবোৰে কি কৰি আছে সেইবোৰ চকুতনো নপৰেনে? কৌশল্যাই যা তা বকনি আৰম্ভ কৰি দিলে।

কৰুণা আগতে গাৱঁত আছিল। ৰাধামহাজনৰ মাটিত নাঙল টানি পেট প্ৰবৰ্ত্তাইছিল। পঢ়া শুনাৰ ফালে বৰ বেছি কাণ কৰিবলৈ সময় পোৱা নাছিল। হলেও ইংৰাজীতে নাম-ঠিকনা লিখি অসমীয়াতে চিঠি লিখিব পাৰিছিল। সোণালী পাঠ' পঢ়োতে টান টান বানানবোৰ এৰি পঢ়িছিল। এদিন টাউনত কেৰেণী কাম কৰা শ্ৰীৰামেশ্বৰ কাকতিৰ লগত কৰুণাকান্ত ওছি আহিল। হাইস্কুলৰ অষ্টমমান শ্ৰেণীলৈ পঢ়া বুলি এখন চাৰ্টিফিকেট আনি নিয়োগ বিনিময় কেন্দ্ৰত নামটো ভৰ্তি কৰিলে শ্ৰীকাকতিৰ পৰামৰ্শমতেই। তাৰ পিছত চাকৰি।

ইয়াৰ পিচত ক্ৰমে ক্ৰমে কৰুণাকান্তৰ উন্নতি হ'ল। চৰকাৰী মাটি দখল কৰি এটি সৰু ঘৰ সাজিলে। তাৰ পিচত বিয়া। পৱিত্ৰ গাওঁবুঢ়াৰ ছোৱালী কৌশল্যা। হাইস্কুলত পঢ়া ছোৱালী। গাৱঁৰ জীয়ৰী। টনটনীয়া চেহেৰা। হাঁহিত কদম ফুলে। প্ৰথম দিনা কইনা চাবলৈ যাওঁতেই কৰুণাকান্তৰ ভাল লাগি গ'ল। বিয়া

পাতি পেলালে । বিয়াৰ পিছত লৰা-ছোৱালী আৰু এতিয়া এয়া 'চেৰ-চেৰ'খন কিনিলে । ইয়াৰ লিখিত নাম বহুত । কিন্তু গাৰ্ঁত সকলোৱে ইয়াক 'চেৰ–চেৰ' বুলিয়েই মাতে । 'চেৰ-চেৰ'খন কিনি অনাৰ প্ৰথম দিনাখনেই কৌশল্যাই 'চেৰচেৰ' আনিছে বুলি চিঞৰ মাৰি ঘৰৰ পৰা ওলাই আহোঁতে করুণাকান্তই বৰ লাজ পাইছিল । কিয়নো লগত আছিল তা'ৰ অফিচৰে কেৰেণী এজন । তেওঁৱেই স্কুটাৰ-খন চলাই করুণাকান্তক তুলি লৈ আহিছিল । কাৰণ করুণাকান্ত আছিল একেবাৰে ন-শিকাৰু । অনাৰ যানত আগতে দুই এক লাফ মাৰিছিল যদিও ভালদৰে চলাব পৰা হোৱা নাছিল । সেয়ে অফিচৰ বাবু জনকে খাতিৰ ধৰি দোকানৰ পৰা ঘৰলৈ চলাই আনিছে । তেওঁৰ আগত ঘৈণীয়েকে চেৰ চেৰ' বুলি কোৱা মানে কেৰেণী বাবুৱে তাহাতক নেহাৎ গাৱঁলীয়া বুলি ভাবিব । গতিকেই কেৰেণী বাবু যোৱাৰ পিছত করুণাকান্তই কৌশল্যাক বকনি এটা দিলে ।

গাৱঁলীয়া মানুহৰ দৰে কিহৰ 'চেৰ-চেৰ' বুলি কব লাগে । ইমান দিনে স্কুটাৰ শব্দটো শিকি লব পৰা নাই ? বুৰ্বক কৰবাৰ । এতিয়াও গাৱঁলীয়া হৈ আছে ? যাহক শেষত কৌশল্যাই বহুত চেষ্টা কৰি 'ইচ কুটাৰ' বুলি কব পৰা হ'ল ।

লাহে লাহে করুকান্তই মানুহৰ ভীৰৰ মাজেৰে চলাই নিব পৰা হ'ল । প্ৰথমতে পথাৰে পথাৰে (বল খেলা পথাৰ) চলাই ফুৰিছিল । তাৰ পিছত কম মানুহ চলাফুৰা কৰা ৰাস্তাত চলা-ইছিল । এইদৰে অলপ অলপকৈ সাহস কৰি ভীৰৰ মাজেৰে নিব পৰা হৈছে । এইখন চহৰৰ মানুহৰ ভীৰৰ মাজেৰে গাড়ী-মটৰ চলাব পৰা মানে আন চহৰৰ ৰাস্তাঘাটত চকু মুদি গাড়ী চলাব পৰা । কিয়নো ইয়াত ছাগলী, কুকুৰ, গৰু, ঘোঁৰা আদি জন্তুৱে বাট এৰি দিয়ে, কিন্তু মানুহে চাইদ' নিদিয়ে । ইয়াৰ মানুহবোৰে ফুট পাথেৰে খোজ নাকাঢ়ে । মাজ পথেৰে কাউৰীৰ দৰে জাক পাতি ফুৰে । মাত্ৰ ৰাস্তাত বজাৰ পাতে, জুম বান্ধি কথা পাতে । গতিকে এইবোৰ বাধা বিঘিনি অতিক্ৰম কৰি যিয়ে ইয়'ত গাড়ী চলাব পাৰে, তাৰ কাৰণে নতুনকৈ টাউন কমিটি গঠন হোৱা চহৰত চকু মুদি গাড়ী চলোৱা এ'কা কথাই নহয় । ভাত খাওঁতে পানী খোৱাৰ দৰে কথা । এইদৰেই করুণাকান্তও লাহে লাহে অভ্যস্ত হৈ পৰিছে ।

এনে অৱস্থাতে প্ৰস্তাৱটো আছিল কৌশল্যাৰ পৰা : পদ্মকান্তই দেখোন ঘৈণীয়েকক নেজত তুলি সদায় ফুৰাবলৈ লৈ যায়, অ'ত ত'ত বজাৰ কৰি ফুৰে, আমাৰনো সেইবোৰ কৰিবলৈ সাহসেই হোৱা নাইনে ? করুণাকান্ত : সাইসৰ কথা নহয়। লাজৰহে কথা। মানুহৰ আগেৰে যাবলৈ লাজেই লাগে চোন। স্কুটাৰৰ পিচত ঘৈণীয়েকক উঠাই লৈ ফুৰা মানে যি—কান্ধত তুলি লৈ ফুৰাও একে কথা বুলি আমাৰ ধাৰণা হয়।

কৌশল্যা : ৰিক্সাৱালাই ৰিক্সাৰে মানুহ টানি নিয়ে, সেইবুলি তাৰ পিঠিত তুলি নিয়া হয়নে ?

অৱশেষত ঠিক হ'ল কৌশল্যা আজি স্কুটাৰৰ নেজত উঠি বজাৰ কৰিবলৈ যাব। ৰাতিপুৱাই উঠি কৌশল্যাই গা-পা ধুলে। ঘৰুৱা কাম কাজখিনিও তাৰাতাৰিকৈ শেষ কৰিলে। লৰা-ছোৱালী কেইটাক খুৱাই ধুৱাই কলে : তহঁতে ঘৰত ভালদৰে থাকিবি বুইছ, মানে হাহাঁকাৰ নকৰিবি। পঢ়ি থাকিবি। মই দেউতাৰৰ লগত বজাৰলৈ যাম। তহঁতলৈ বগৰি আনিম, বুইছ। কৌশল্যাই ৰঙা শাৰী, ৰঙা ব্লাইজ ৰঙা চেণ্ডেল পিন্ধিলে। কপাল, শিৰ, ওঠ সকলোতে ৰঙা ৰঙৰ প্ৰলেপ দিলে। তামোল এখন খাব খুজিছিল ; কিন্তু ওঠত লগোৱা ৰঙা ৰংটো উঠুলি যায় কাৰণে নাখালে। ভকুৱা মাছে পানীত মুখ মেলি উলাহ লৈ থকাৰ দৰে কৌশল্যাইও ওঠ দুটাৰ ৰং যাব বুলি ভকুৱা মাছে মুখ মেলাৰ দৰে সযত্নে কথা কলে। সচৰাচৰ পিন্ধা পোছাকতকৈ করুণাকান্তইও আজি নতুন 'ড্ৰেছ' এযোৰ পিন্ধিলে। আঙুৰ গছৰ ছাপ মৰা এটা হাৱাইন চাৰ্ট আৰু সেউজীয়া এটা ঠেঙা।

যাত্ৰা কৰাৰ সময়ত অৱশ্যে সৰুজনী ছোৱালীয়ে কন্দা-কটা লগাইছিল : মা মা মইও যাম তহঁতৰ লগত। কৌশল্যাই তাইক পিঠিত একথাপৰ লগাই দিয়াত তাই মনে মনে থাকিল।

সঁচাকৈয়ে আজি কৌশল্যাৰ মনটো বৰ ভাল লাগিছে। গৰুৰ গাড়ীৰে জীৱন যাত্ৰা কৰা কৌশল্যাই আজি পেট্ৰলৰ গাড়ীত উঠিছে। এইটো অকল আনন্দৰে কথা নহয় ; গৌৰৱৰো কথা।

ষ্টাৰ্ট দিয়াৰ আগতে করুণাকান্তই তাইক বুজাই দিলে কেনেকৈ বহিব লাগে, হাত দুখন কি পজত ৰাখিব লাগে, শাৰীখনৰ

কিমানখিনি বতাহত উৰি থাকিব লাগে পেট আৰু পিঠিৰ কিমান-খিনি অংশ ওলাই থাকিব লাগে, শাৰীখন বতাহত উৰি গ'লে তাক ধৰিব নোৱাৰাকৈ কেনেকৈ সযত্নে ভৰিব বুঢ়া আঙুলিৰে টিপি ধৰিব লাগে ইত্যাদি ইত্যাদি। কৌশল্যাই কোনো প্ৰতিবাদ নকৰাকৈয়ে কথা-বোৰ শুনি গৈছে, মানি লৈছে। কিয়নো জীৱনৰ প্ৰথমবাৰৰ কাৰণে তাই আজি ইঞ্জিন লগোৱা দুইচকীয়া বাহনত উঠিব। তাতো আকৌ নিজৰ বস্তু। নজনা কথা আনৰ পৰা শিকি লোৱা নিতা-ন্তই বাঞ্চনীয়।

অৱশ্যে আন আন তিৰোতাবোৰ 'চেৰচেৰ'ৰ পিচত কেনেদৰে বহি যায় তাক কৌশল্যাই নেদেখাকৈ থকা নাই। কিন্তু দেখা আৰু কৰাৰ মাজত বহুত পাৰ্থক্য আছে। তাই দেখাৰ ভিতৰত পদ্মকান্তৰ ঘৈণীয়েকক দেখিছে 'বৰ বেয়া দেখাকৈ' এখন হাতেৰে গিৰিয়েকক সাবটি ধৰি যায় আৰু যায় মাধবী লতাই গিৰিয়েকৰ পিঠিত ধৰি। 'বৰ লাজ লাগে পাই,' কৌশল্যাই ভাবে। তাই তেনেকৈ ধৰি নাযায় কেতিয়াও।

বিশ্বকৰ্মাক চিন্তি করুণাকান্তই গাড়ী ষ্টাৰ্ট দিলে। কৌশ-ল্যাক দেখুৱাবৰ কাৰণে তীব্ৰ বেগত গাড়ী চলাইছে। মিলিটাৰীয়ে বুলেট চলোৱা দিছে- ফায়াৰ ব্ৰিগেদ চলোৱা দিছে। কৌশল্যাৰ ভয়ত বুকু কঁপি গৈছে। হাতেৰে কতো নধৰাকৈ বাহাদুৰি কৰিছিল প্ৰথমে। কিন্তু নোৱাৰিলে। করুণাকান্ত বহা ছিটটোৰ পিছফালৰ মুঠি দুটাত থাপ মাৰি ধৰি এবাৰ ইফালে হালে এবাৰ সিফালে হাউলি পৰে। তাইৰ আগৰ পিনে চাবলৈ ইচ্ছা হয় কিজানি গিৰিয়েকে কৰবাত খুন্দা মাৰি দিয়েই।

অৱশেষত খুন্দা এটা মাৰিলে। সন্মুখৰ পৰা আহি থকা তিনি-চকীয়া ইঞ্জিন লগোৱা গাড়ী এখনত করুণাকান্তই খুন্দা এটা মাৰি দিলে। লগে লগে স্বামী স্ত্ৰী দুয়ো দুই ফালে চিটিকি পৰিল। তেজে তেজ হৈ গল। দুয়ো কেঁকাবলৈ ধৰিলে। ৰাস্তাৰ মানুহ ভৰি পৰিল। দয়াবান লোক দুই চাৰিজনে কিবা এটা ব্যৱস্থা কৰি দুয়োকে মেডিকেললৈ লৈ গ'ল। পুলিচে নিলে 'চেৰ-চেৰ' খন।

মেডিকেলত দুয়ো সাত দিন পৰি থাকিল। দুই দিনৰ পিচত হুচ আহিছে। করুণাকান্তৰ মুৰটো ফাটিছে, কৌশল্যাৰ আগদাঁত দুটা নাই। কৌশল্যাৰ মাক ওৰফে করুণাকান্তৰ শাহুয়েকে খবৰ

লৰলৈ আহি এক পৰ কান্দিলে ঃ কি কিনিবলৈনো তই বজাৰলৈ গৈছিলি অ' মোৰ আই ? কৰুণাকান্তই উত্তৰ দিলেঃ পকা তেতেলি ! শাহুৰেকে কলেঃ তেতেলি খিনি কিনিবলৈও এইবোৰত উঠি তহঁত বজাৰলৈ যাবনে ?

এইবাৰ সেঁহাই সেঁহাই কৌশল্যাই কলেঃ পদ্মকান্তৰ ঘৈণী-য়েকহঁতে থেকেলাল সুথি কিনিবলৈও 'ঢেল ঢেল' লৈ বজাৰলৈ যায়; এবো নহয়। আমাল দিন বেয়া আহিল মা !

দাঁত দুটা সৰা কাৰণে কৌশল্যাই 'ৰ'বোৰ সব 'ল' উচ্চাৰণ কৰিছিল।

—o—

# অস্তিত্ব

লাচিত বৰফুকনে ৰাতিৰ ভিতৰতে গড়টো সাজি উলিয়াবলৈ যেনেকৈ সতৰ্ক দৃষ্টি ৰাখি কৰ্মীবোৰক সজাগ কৰি ৰাখিছিল তেনেকৈ দুর্গাচৰণেও অট্টালিকাটোৰ চাৰিওপিনে ঘূৰি আছিল। লাচিতৰ দৃষ্টি আছিল মোমায়েকৰ ওপৰত—দুর্গাচৰণৰ দৃষ্টি ৰামধনৰ ওপৰত। ৰামধন হেড মিস্ত্ৰী। দুর্গাচৰণে যেতিয়া অট্টালিকাটো সজাবলৈ মিস্ত্ৰী বিচাৰিছিল তেতিয়া গোপাল বাবুৱে তেওঁক ৰামধনৰ খবৰ দিছিল। সি বৰ ভাল মিস্ত্ৰী। এইখন চহৰৰ বহুত অট্টালিকা ৰামধনৰ হাতেৰে সজা। তাৰ শৰীৰৰ ঘাম আৰু ৰক্ত প্ৰায়বোৰ বিল্ডিঙৰ চিমেণ্টত মিহলি হৈ আছে। কুমাৰপাৰাৰ ভিতৰৰ গলি এটাত ৰামধন থাকে। দুর্গাচৰণে বিচাৰি আনিলে।

আলু, পিয়াজ, বিবিধ মচলা, হালধি, তেল আদিৰে ৰন্ধা মাংসৰ আঞ্জা এখনত নিমখ নহলে যেনেকৈ সব মিছা তেনেকৈ লোহা-লক্কৰ, চিমেণ্ট-বালি, ইটা, ৰং আৰু ইঞ্জিনিয়াৰ, নক্সাদাৰ আদিৰে ঘৰ এটা সজা নহয় যদিহে হাতত কাণি পাত আৰু ওলমটো লৈ মিস্ত্ৰীটো আগবাঢ়ি নাহে। গতিকে হেড্ মিস্ত্ৰী ৰামধন নহলে দুর্গাচৰণৰ অট্টালিকা শেষ কৰা যে সম্ভৱপৰ হব নোৱাৰে সেই কথা দুর্গাবাবুই বুজে। সেয়ে ৰামধনৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখি দুর্গাচৰণে পায়চাৰি কৰি আছে।

দুর্গাচৰণে যেনেকৈ সুখে-সন্তোষে জীৱন নিৰ্ব্বাহ কৰিবলৈ অট্টালিকাটো সাজিছে—ৰামধনেও তেনেকৈ সুখে-সন্তোষে থাকিবলৈ দুই পইচা আৰ্জ্জিছে। টকা আৰ্জনৰ পথ সবৰে একে নহয়। কোনোৱে কোমল গাদীত বহি, কোনোৱে কোমল চকী-মেজ আৰু ফেনৰ তলত বহি টকা আৰ্জ্জন কৰে। ভাৰতবৰ্ষত আগতে মানুহে কঠোৰ পৰিশ্ৰম কৰি টকা আৰ্জ্জন কৰিছিল। আজি-কালি দল বান্ধবা ৰাজনীতি কৰিব জানিলেই টকা, চোৰাং কাৰবাৰ

অসৎ কাৰবাৰ কৰিব জানিলেই অপৰ্যাপ্ত টকা। সেই কাৰণে এতিয়া দেখাক দেখি কোনোৱে পৰিশ্ৰম কৰিব নোখোজে। আন-ফালে যিটো শ্ৰেণীয়ে কঠোৰ পৰিশ্ৰম কৰে তেওঁলোকৰ টকা নাই। ৰামধনহঁতে পৰিশ্ৰম কৰি টকা ঘটে। তাহাঁতৰ পৰিশ্ৰম সৃষ্টিৰ পৰিশ্ৰম।

দুৰ্গাচৰণে মানুহ চলাব জানে। নিজৰ স্বাৰ্থ পূৰণৰ কাৰণে যেনে বুদ্ধি প্ৰয়োগ কৰিব লাগে সেই সকলোখিনি চল-চাতুৰি দুৰ্গা-চৰণক কোনেও শিকাব নালাগে। ৰামধনক চাধা মাৰি দিয়া, চাহ-তামোল-চিগাৰেট দিয়া আৰু মাজে মাজে দুই এক বটল গেলামালৰ দাম দিয়া ইত্যাদি দুগাচৰণে নাপাহৰে। এইখিনি পোৱা বাবে ৰামধনৰ মনত দুগাচৰণ বিলকুল চুৰত আদমী। গৰীব, আমীৰ সকলোকে সমান সমান দেখে।

কৰ্মচাৰীক চলাব জনাটোৱেই মালিকৰ দক্ষতা। নিজৰ অকণমানো লোকচান নকৰাকৈ কৰ্মীবিলাকক সন্তুষ্ট ৰাখিব পৰা-টোৱেই মালিকী জাহিৰ। দুগাচৰণে এই চাল পূৰা জানে। : ভাই ৰামধন, পোহ্নৰ জুলাইটো বৰ ভাল দিন। সিদিনাই আমি ঘৰটোৰ পূজা কৰিম। কাম বহুত বাকী আছে, শেষ হবনে ? দুৰ্গাচৰণে ৰামধনক কলে। ৰামধনে কলে : হা বাবু, কাম আমি খতম কৰি দিম। কিন্তু আমাক মোটা বকচিচ দিব লাগিব আৰু ভাল খানা দিব লাগিব। দুগাচৰণে হি. হি কৈ হাঁহিলে। কলে খানা, কিমান খাবা তুমি খানা। সিদিনাখন দেখিবা তুমি খাই খাই উঠিব নোৱাৰিবা। কত মানুহ নিমন্ত্ৰণ কৰা হব। খাবা ভাই. ইচ্ছা পলুৱাই খাব পাৰিবা—টনিক, লাল টনিক।

ৰামধনৰ স্ফুৰ্তি আগি গ'ল। হাতৰ কণিপাত প্ৰাণটাকি যুদ্ধ কৰা সৈনিকৰ তৰোৱালৰ দৰে খৰকৈ ঘূৰাবলৈ ধৰিলে। যেন পাৰিলে এই মুহূৰ্তে যুদ্ধৰ অৱসান ঘটাব।

অৱসান ঘটালে। সেই দিনা মোমাই কটা গড়ৰ দৰে দিনে নিশাই কাম কৰি অট্টালিকাৰ কাম শেষ কৰিলে। বিয়াৰ কইনাক গহনা পিন্ধোৱা দি ঘৰটোৰ যাবতীয় কামবোৰ যেনে—বিং, হেণ্ডেল, হুক আদি লগোৱা কামবোৰ ক্ষিপ্ৰ গতিত শেষ কৰিলে। বিভিন্ন দামী ৰঙৰ প্ৰলেপ সানি মানুহে চালে চকুৰোৱা কৰি থেলালে।

পূর্ণ-যৌৱনা এগৰাকী গাভৰু—সম্পূর্ণ অলংকাৰ পিন্ধাই যেন কইনা কৰি পেলালে।

অৱশেষত সেই দিনটো আহি পৰিল। দুর্গাচৰণৰ ঘৰ আজি লোকে লোকাৰণ্য। আধুনিক ৰূপত সজাই তুলিছে গোটেইটো অট্টালিকা। স্বৰ্গৰ ইন্দ্ৰপুৰীতকৈয়ো অধিক যেন ইয়াৰ সৌন্দর্য্য। সাত ৰঙৰ ইলেকট্ৰিক লাইটে আবৰি ৰাখিছে গোটেইখন ইন্দ্ৰপুৰী। যেন কোনো ৰাজপুত্ৰৰ ৰাজঅভিষেকৰ আয়োজন, যেন দেশৰ ৰাষ্ট্ৰপতিৰ পুত্ৰৰ বাথদে। এনেভাবে দুগাচৰণে অট্টালিকা সজাইছে। কম্পাউণ্ডৰ ভিতৰত ৰোৱা বিবিধ তৰু-তৃণৰ মাজে মাজে ৰং বেৰঙৰ লাইট, ফোৰাৰা আদিয়ে দুর্গাচৰণৰ ঠাই ৰম্যপুৰী কৰিছে।

লোকে লোকাৰণ্য। অমাত্য, বিধায়ক, বিষয়া, যান্ত্ৰিক অভিযন্তা, চিকিৎসক, বিচাৰক, আইনজ্ঞ, ব্যৱসায়ী, সাংবাদিক, সাহিত্যিক আদি নানা জাতৰ লোকে ভৰি পৰিছে। বাহিৰত গাড়ী থবলৈ ঠাই নাই যেন হৈ পৰিছে। আমেৰিকাৰ ৰাস্তা যেন লগা গৈছে। ভিতৰত নিমন্ত্ৰিত লোক বহিবলৈ ভিনে ভিনে আসন সজাইছে। শ্ৰীকৃষ্ণই তেওঁৰ মুৰ শিতানত আসন সজাই থোৱাৰ দৰে আসনবোৰ এনেভাবে সজাইছে যে কোনে ক'ত বহিব লাগে তাক আৰু কৈ দিয়াৰ প্ৰয়োজন নাই। অথাৎ অমাত্যলৈ সজোৱা আসনত তৰণি বহিবলৈ সাহসেই হোৱা নাই।

আজি ৰামধনৰ আনন্দ চাই কোনে? সি আজি খুব বিহানতে উঠি গা ধুই লৈছে। তাৰ পৰিবাৰ'কা গা ধুবলৈ নির্দ্দেশ দি বাচ্ছা কেইটাক নিজেই ধুৱাই-পখলাই লৈছে। নতুন জামা দিছে। তাৰ পৰিবাৰক কৈছে বাসুদেউক মাই, অজিতো বাবুকে ঘৰমে কেতনা খায়েগা, জলদি কৰ। বাসুদেউৰ মা ওৰফে ৰামধনৰ পৰিবাৰেও যিমান পাৰে সিমান জলদি কাপোৰ-কানি পিন্ধি সাজু হ'ল। 'বাসাত' তলা লগাই ৰামৰাম চিন্তি ৰামধন ওলাল।

ৰামধনহঁত চহৰৰ এখন আওহতীয়া ঠাইত বাস কৰে। নামত চহৰ হলেও তাত চহৰৰ সা-সুবিধাৰ পৰা বহুত বঞ্চিত হব লাগে। যেনে পিচ দিয়া ৰাস্তা, চিটিবাছ, ৰিক্সা, অটো আদি তাত পাবলৈ প্ৰায়ে অসুবিধা হয়। দুই চাৰিটা বিহাৰি ৰিক্সাৱালা তাত আছে কাৰণে ৰামধনে ওলায়েই তিনি আলিত ৰিক্সা এখন পালে। ভদ্ৰখৰি তাৰ চিনাকি বাবে বেছি অসুবিধা হ'ল। ৰিক্সাৱালাটোৰ

নাম যোগলাল। যোগলালে ৰামধনক সুধিলে—কিহে ভাই, আজি ইমান ফজিৰতে তিৰি-চলি লৈ কত ওলালা? ৰামধনে পৰম গৰ্ব্বত কলে: আৰে ভাই পাণবজাৰত যে বিখ্যাত সেউজী ভৱন'টা দেখিছা সেইটো আমি সাজিছো। আজি ঘৰটোৰ পূজা হব। তাত আমাৰ নিমন্ত্ৰণ। দুৰ্গাচৰণ বাবুৰ নাম শুনিছানে? সেই বাবু তাৰ মালিক। এই দেচৰ মন্ত্ৰী, এম, এল এ সব তাৰ হাতৰ মুঠিত। আজ সবলোককো নিয়ন্ত্ৰণ কৰিছে। বিৰাট খানা। আমাৰো তালৈ নিমন্ত্ৰণ। জলদি চলা। বেলপাত, ডাব নাৰিকল, পদুম ফুল এইসব আমাৰ দায়িত্বত আছে। যোগলালে জোৰে ৰিক্সা চলালে। 'ভাবি' চিনেমাৰ গান গাই গাই জোৰে পেদেল মাৰিলে।

ৰিক্সাৰ পৰা নামিয়েই তাৰ পৰিয়াল বগক ঠিক জাগাত বহুৱাই থৈ দুৰ্গাচৰণ বাবুক চালাম এটা দিবলৈ আগবাঢ়ি গল। তেওঁ ইঞ্জিনিয়াৰ, অভাৰচিয়াৰ, আৰ্কিটেকট সকলৰ লগত ইমান ব্যস্ত আছিল যে ৰামধনে চালাম বাবু বুলি কওতে ফিৰিয়েই নাচালে। ইঞ্জিনিয়াৰ সকলে ভৱনটোৰ চাৰিওফালে ঘূৰি ঘূৰি কৰবাত কিবা খুটি-নাতি ওলাইছেনেকি তাকে চাইছে। ভৱনটো সজোৱা কেনে হৈছে তাকে চাইছে। অলপ পিছত অমাত্য বৰ্গ, বিধায়ক সকল আহি পাব।

ৰামধনেও তেওঁলোকৰ পিছে পিছে গাইৰ লগত দামুৰি যোৱাৰ দৰে গৈ আছে।

দুৰ্গাচৰণ বাবুৱে শেষত ৰামধনক ধমকনি এটা লগাই দি কলেঃ তই পিছে পিছে আহি থাকিবলৈ কি দৰকাৰ? বহি থাক-গৈচোন।

ৰামধনে সেমেনা সেমেনি কৰি আহি তাৰ পৰিয়াল বৰ্গৰ লগত বহি থাকিল। মুখত থাকী ৰঙৰ চিগাৰেট দি হাতত খৈনি মাৰিলে।

লাহে লাহে মানুহ ভৰি পৰিল। বিষয়া অমাত্য, বিধায়ক, আত্মীয় কুটুম্ব ইত্যাদি লোকে সেউজী ভৱন ঠাহ খাই পৰিল।

নোভা, থামচ্ আপ আদি ক'লড্ৰিংক, পেকেটত ভৰোৱা মিঠাই, আপেল, আঙুৰ, কাজুবাদাম ইত্যাদি পৰিবেশন কৰা বৃহৎ ডাইনিং টেবুললৈ অমাত্য, বিধায়ক, বিষয়া বগক মাতি নিয়া হ'ল। অন্তেঃপুৰ সদৃশ এটা কোঠালিত আয়োজন কৰা হ'ল সুৰাপানৰ। দুৰ্গাচৰণ বাবুৰ এক চকুৰ ইংগিতত সুৰ সুৰকৈ সোমাই গ'ল ভি,

আই, পি জাতৰ লোক সকল সেই অন্তেষপুৰলৈ ।

হৰিণ আৰু কুকুৰাৰ ভজা মাংসৰে তেওঁলোকে সুৰাপান কৰি দুৰ্গাচৰণৰ প্ৰশংসা গান গাবলৈ ধৰিলে । দুগাচৰণ বাবুৱে মুৰ খজুৱাই খজুৱাই একান্ত বাধ্য ছাত্ৰৰ দৰে কলে ঃ ভগৱন্ত প্ৰভুৰ দয়া আৰু আপোনালোকৰ আশীৰ্ব্বাদৰ ফলহে এয়া !

ইয়াৰ পিছত সভা আৰম্ভ । অৰ্থাৎ ভবন মুকলি অনুষ্ঠান । ফিটা কাটিলে গড় কাপ্তানী মন্ত্ৰীয়ে । তেওঁ বক্তৃতা আৰম্ভ কৰিলে ঃ বাইজ, ঘৰ বন্ধা এটা মহৎ কাম । তাহানি কালত ঘৰ নাছিল । মানুহে গছৰ তলত বাস কৰিছিল । লাহে লাহে মানুহে ঘৰ সাজিবলৈ শিকিলে । প্ৰথমতে বাঁহ আৰু খেৰৰ ঘৰ । ক্ৰমে ক্ৰমে মানুহে লো, ইটা, চিমেন্ট আদিৰে ঘৰ সাজিবলৈ শিকিলে । তাৰ পিছত আহিল ঘৰ সজা প্ৰতিযোগিতা । কোনে কিমান ধুনীয়া, আটক ধুনীয়া ঘৰ সাজিব পাৰে । ইংলণ্ডৰ ৰাণীৰ ঘৰ আৰু আমাৰ ভাৰতৰ ৰাষ্ট্ৰপতিৰ ঘৰ দেখিছেনে ? এইবোৰ ঘৰ বিশ্বৰ লেখত লবলগীয়া ঘৰ । আজি দুগাচৰণ বাবুয়েও যি ঘৰ সাজিলে সেয়াও এইখন চহৰৰ এটি লেখত লব লগীয়া ঘৰ । এনে এটি ঘৰ সাজি উলিওৱাৰ বাবে আমি কাক কৃতিত্ব দিব লাগিব ?

ৰামধনে বহলকৈ চকু দুটা আৰু দীঘল'ক ডিঙিটো মেলি গড়কাপ্তানী অমাত্যৰ পিনে চালে । তাৰ বুকুখন চিৰিংকৈ উঠিল, আনন্দ আৰু ভয়ত তাৰ মুখখন বিবৰ্ণ হৈ গ'ল । ইমান ডাঙৰ সম্ভ্ৰান্ত সমাজ এখনত ৰাষ্ট্ৰৰ অমাত্য এজনে তাৰ নাম উচ্চাৰণ কৰিব—এই কৃতিত্ব ৰামধন মিস্ত্ৰীৰ । গৌৰৱত তাৰ বুকুখন ফুলি যাব । ৰামধনৰ ওঠ দুটা শুকাই গ'ল ।

কিন্তু কি আচৰিত, অমাত্যই তাৰ নাম নকলে । নাম কলে—চীফ্ ইঞ্জিনীয়াৰ সুনন্দ চৌধুৰীৰ, নাম কলে বিখ্যাত আৰ্কিটেক্ট অৰূপ হাজৰিকাৰ । ৰামধনৰ মুখখন সাপে কামোৰা মানুহৰ দৰে ক'লা পৰি গ'ল । শৰীৰটো নিমখ দিয়া জোকৰ দৰে কোঁচ খাই গ'ল । ইয়াৰ পিছত সভা ভংগ ।

ৰামধন তাৰ ল'ৰা-ছোৱালী কেইটাৰ লগত জঠৰ হৈ ৰহি থাকিল । তেতিয়ালৈকে তাক অথবা তাৰ পৰিয়ালক কোনোৱে 'খা' বুলি কোৱা নাই । বাৰোৱাৰী পূজাত প্ৰতিমা দৰ্শন কৰিবলৈ যোৱা যাত্ৰীৰ দৰে কোনোৱে দুটা তিওঁৱা বুট মাহ হাতত গুজি দিয়া নাই ।

সেইলৈও ৰামধনৰ দুখ নাছিল। অট্টালিকাটো সম্ভোৱাত তাৰ নামটো কি যদি অকণমানো শলাগ লৈছেহেতেন। তাৰ হাতত কণিৰ সাঁচ বহিছে; চিমেণ্ট বালি পানীয়ে তাৰ হাতৰ তলুৱা খাই দৰা-দৰি কৰি পেলাইছে—তালৈও তাৰ ভ্ৰূক্ষেপ নাছিল। সামান্য এষাৰি মৰমৰ মাত, দুটা শলাগৰ শব্দ—এইখিনিৰো কাপণ্য কৰি এটা শ্ৰেণী ডাঙৰ মানুহ হৈ আছে।

ইয়াত যিয়ে কাম নকৰে সিয়ে প্ৰশংসা পায়। যিয়ে অকণ-মানো পৰিশ্ৰম নকৰে সিয়ে ভালদৰে খাবলৈ পিন্ধিবলৈ পায়। ৰাম ধনে অট্টালিকা সাজি থকা যোৱা সুদীঘ তিনি বছৰ চীফ্ ইঞ্জিনিয়াৰ অথবা ডিজাইনাৰ এদিনো চাবলৈ অহা নাই। অথচ নাম হ'ল কাৰ?

ৰামধনৰ চকুৰ পানী ওলাইছিল। ঘৈণীয়েকে দেখিব বুলি পানী-খিনি কান্ধৰ গামোছা খনেৰে মচি ললে। ইয়াৰ পিচত লৰা-ছোৱালী কেইটাক হাতত ধৰি যাবলৈ ওলাল। লোকে লোকাৰণ্য। বেলশৰৰ ভতেলিৰ দৰে কোন কত গৈছে, কি খাইছে, কিনিছে কোনোৱে কাৰো খবৰ নকৰাৰ দৰে ৰামধনহঁতো সেই ভীৰৰ মাজত হেৰাই গ'ল।

সেই সময়ত দুৰ্গাচৰণ অমাত্যহঁতক বিদায় দিয়াত ব্যস্ত আছিল।

— ০ —

# চুটকেচৰ ভিতৰত বিহু

গোলাপী আৰু প্ৰফুল্ল গাঁৱত থাকে। তেওঁলোকৰ একমাত্ৰ ছোৱালী মাধুৰীক বিয়া দিছে চহৰত। মাধুৰী এতিয়া এহাল ল'ৰা-ছোৱালীৰ মাক। ছোৱালীজনী পঢ়ে হাইস্কুলত। ল'ৰাটি মাইনৰত। জোঁৱাইয়েক পবিত্ৰ বৰুৱা ডাঙৰ হাকিম। এ, চি, এচত প্ৰথম শ্ৰেণী পাইছিল। এতিয়া পদোন্নতি হৈছে। ব্যস্ত বিষয়া। প্ৰফুল্ল চৌধুৰীয়ে গাঁৱৰে স্কুল এখনত শিক্ষকতা কৰে। এতিয়া বুঢ়াৰ শাৰীতেই পৰিছে। ঘৈণীয়েক গোলাপীৰো কপালৰ আগৰ চুলি বগা হৈছে। গতিকে তেৰো বুঢ়ীৰ শাৰীত। কিন্তু কাম আৰু কথাত দুয়ো কোনো দিনেই বুঢ়া বুঢ়ী বুলি অনুভৱ নকৰে। জীয়েকৰ ঘৰলৈ বছৰত দুই তিনিবাৰ যায়। গাঁও আৰু টাউনৰ দুয়োটা সোৱাদকেই লৈ আছে বুঢ়া-বুঢ়ীয়ে।

বিহু আহিল। বঙালি বিহু। গাঁৱত বিহু আহিলে প্ৰকৃতিয়ে খবৰ দিয়ে। আম, জাম, নাহৰ, বকুল আদি গছে কুঁহিপাত মেলে। নিম গছ, নৰসিংহ আদি গছৰ ফুলৰ গোন্ধত আমোলমোলাই। হাবিবোৰত কেতেকী ফুল ফুলে। কপৌ ফুল ফুলে। আমৰ গছত কুলি চৰাইবোৰে "কুউ কুউ" কৰি যেতিয়া মাতে, তেতিয়া বিহু আহিল বুলি প্ৰাণত শিহৰণ জাগে। গোলাপীয়ে শালত গামোছা লগাইছে। চাৰিখন গামোছা কিনি আনিবও পাৰে, কিন্তু নিজে বই উলিওৱা গামোছা আনক উপহাৰ দি আনন্দ পায়। তাৰোপৰি নিজৰ জী-জোঁৱাই, নাতি-নাতিনীহঁতক বিহুৰ গামোছা দিবলৈ নাপালে বুঢ়ীৰ মনত শান্তি নাই।

গামোছা বই শেষ কৰি গোলাপীয়ে পিঠা-পনা আদি বনালে। নাৰিকলৰ লাৰু, তিলপিঠা, কেইটামান টেকেলি পিঠা, বৰা চাউলৰ তেল পিঠা আদি বনাই টোপোলা বান্ধিলে। গাঁৱৰ বকুলি, প্ৰমিলা,

হ'ওক খাতিৰ ধৰি কপৌ ফুল কেইপাহমান যোগাৰ কৰিলে। মাধুৰীয়ে কপৌফুল বৰ ভাল পাইছিল। বিয়াৰ পিছৰে পৰা গোলাপীয়ে প্ৰতি বছৰে জীয়েকলৈ কপৌফুল পঠিয়ায়। মাধুৰীয়ে মুগাৰ পাৰি দিয়া চাদৰ বৰ ভাল পাইছিল। গোলাপীয়ে প্ৰতিটো বিহুতে তাকো পঠিয়াই আছে। এইবাৰো গোলাপীয়ে এইবোৰ যোগাৰ কৰিছে।

বকুলি, প্ৰমীলাহঁতে গোলাপীক ধৰিছে বোলে খুৰীটি, যোৱা কেবাটাও বিহুত মাধুৰী বাইদেউ গাঁৱলৈ অহা নাই, এইবেলিনো খুৰাদেৱে গৈ লৈ আহিব নোৱাৰেনে? গোলাপীয়ে বোলে পাৰে আই-টিহঁত, পিছে বাইদেৱেৰাই নিজেই আহিবলৈ ইচ্ছা নকৰে। ৰঙালি বিহু হেনো টাউনতহে চাবলৈ বৰ ভাল। ছোৱালীহঁতে হমুনিয়াহ এৰিলে. -বাইদেউৰ কম ভাইগ নে!

গোলাপীয়ে প্ৰফুল্লক ক'লে ঃ কাইলৈ ৰাতিপুৱাই যাবা নে আজি-য়েই গধুলি ট্ৰেইনত যাবা? প্ৰফুল্লই সুধিলে ঃ ক'লৈ অ'? গোলাপীয়ে মুখখন অলপ আন্ধাৰ কৰি ক'লে ঃ আৰুনো কলৈ যাবলগা আছে আমাৰ? একেজনী ছোৱালী, বছৰৰ বিহুত তাইৰ ওচৰলৈকো যাবলৈ মনত নপৰেনে তোমাৰ? প্ৰফুল্লই শিক্ষকসুলভ গাম্ভীৰ্যতাৰে উত্তৰ দিলে ঃ যাবতো লাগিছিলেই, পিছে --। পিছে বুলি প্ৰফুল্ল বৈ গ'ল। গোলাপীয়ে মুখেৰে একো নুসুধি চকুৰেই প্ৰশ্ন কৰিলে পিছে মানে কি? প্ৰফুল্লই ক'লে ঃ যাম বাৰু, কাইলৈ ৰাতিপুৱাই বাছত যাম। 'পিছে' শব্দৰ অৰ্থ দ্বিধা। সেই দ্বিধাৰ মানে কি প্ৰফুল্লই ব্যাখ্যা নকৰি লুকুৱাই ৰাখিলে মনত।

ৰাতি গোলাপীয়ে পিঠা-পনা খিনি পৰিষ্কাৰ কাপোৰেৰে টোপোলা কৰি ভালকৈ বান্ধিলে। গামোছা আৰু চাদৰ জাপি-জুপি খবৰৰ কাগজেৰে মেৰিয়ালে। কপৌফুল, আমৰকুহি, দীঘলতিৰ পাত, এখন সৰু বাঁহৰ বিচনী, চাৰিডাল এৰী সূতাৰ জাপ, কেঁচা হালধি, মাহ আৰু কেইটামান জেতুকাৰ পাত এটা টোপোলা কৰি বান্ধিলে। বান্ধি-কুন্ধি আটাইখিনি বস্তু প্ৰফুল্লৰ ফোমৰ চুটকেছত ভৰালে। পকা তেতেলি, এমুঠি পাণ, গোটা তামোল দুই গণ্ডামান আৰু পিলিখা কেইটামানো টোপোলা কৰি বান্ধি দিলে গোলাপীয়ে। মাধুৰীৰ এইবোৰ বস্তু বৰ প্ৰিয় বুলি গোলাপীয়ে জানে।

ৰাতিপুৱা প্ৰথমখন চৰকাৰী বাছতে প্ৰফুল্ল জীয়েকৰ তালৈ যাব। বাছ ষ্টেণ্ডলৈ প্ৰায় এক কিলোমিটাৰ দূৰ খোজ কাঢ়ি

যাব লাগে। প্ৰফুল্লই বোৱাৰী পুৰাতেই যাত্ৰা কৰিলে। তাগ্যৰ বলতহে গাড়ীৰ ছিট এটা পালে। আজিকালি গাড়ী মটৰত বহিবলৈ ঠাই পোৱাটো সঁচাকৈয়ে ভাগ্যৰেই কথা বুলিব লাগিব।

বাটৰ আধা অংশ যাওঁতে গাড়ীখন বেয়া হ'ল। মানুহখিনিক আন এখন গাড়ীত উঠাই দিওঁতে ভালেখিনি পলম হ'ল। বৰ আওহতীয়া ঠাইখনত গাড়ীখন বেয়া হোৱা হেতুকে যাত্ৰীখিনিৰ অলপ কষ্ট হ'ল। প্ৰফুল্ল মাষ্টৰবো কষ্ট হৈছিল।

জীয়েকৰ ঘৰ পাওঁতে প্ৰফুল্ল চৌধুৰী ছাৰৰ ভালেখিনি ৰাতি হ'ল। তেওঁ দেখে ঘৰ নিৰ্জন। বাহিৰৰ গেটত তীব্ৰ লাইট এটি জ্বলি আছে। কাহ-চাহ মাৰি গেট খুলি প্ৰফুল্ল ছাৰ ভিতৰলৈ সোমাই গ'ল। তেওঁ দেখে ভিতৰৰ বাৰান্দাত এজন বুঢ়া মানুহ বহি টোপনিয়াই আছে। চৌধুৰীয়ে তাহেঁতক মাত দিলে: এইটো কোন? মানুহজনে টোপনিৰ পৰা ধহমহকৈ সাৰ পোৱা মানুহৰ দৰে থিয় হ'ল আৰু উত্তৰ দিলে: মই দণ্ডীনাথ, ছাৰৰ অফিচৰ পিয়ন। আপুনি কোন? চৌধুৰীয়ে বোলে মই তোমাৰ ছাৰৰ শহুৰেক। গাঁৱৰ পৰা আহিছো। এওঁলোক কলৈ গৈছে? দণ্ডীনাথে বোলে ছাৰহঁত বিহু চাবলৈ গৈছে। মোক ঘৰ ৰখীয়া কৰি থৈ গৈছে। কিন্তু চাবি-তাবি মোৰ হাতত নাই।

প্ৰফুল্ল মহা চিন্তাত পৰিল। এতিয়া থাকে ক'ত? খাই কি? গাড়ীৰ জোকাৰণিত গোটেই দিনটো যিখন কষ্ট খাই আহিছে—তাৰ কাৰণেই তেওঁ অতি ভাগৰুৱা হৈ পৰিছে। ভাবিছিল জী জোঁৱাইৰ ঘৰ পালেই গা-পা ধুই জিৰণি লৈ শুব। কিন্তু ভবা কথা নহয় সিদ্ধি বাটত আছে কণা বিধিৰ দৰে হ'ল। প্ৰফুল্ল বহুত সময় মনে মনে থাকিল। আকৌ সুধিলে: কিমান সময়ত ঘূৰি আহিব একো কৈ যোৱা নাইনে? দণ্ডীনাথে বোলে একো ঠিক নাই। ইয়াত গোটেই ৰাতি বিহুৰ গান, নাচ হয়। ভাল ভাল আৰ্টিষ্ট আহিলে জমে। তেতিয়া মানুহ ঘৰলৈকে আহিবলৈ পাহৰি যায়। ছাৰবো এইবোৰত বৰ নিচা। ভূপেন হাজৰিকাৰ গান পালে পাগল। তেওঁ যদি আহে ছাৰক আৰু আজি ৰাতি নাপাব।

বাহিৰৰ চকিখনতে দণ্ডীনাথৰ লগতে প্ৰফুল্লও টোপনিয়াবলৈ ধৰিলে। পিছে গাঁৱত টোপনিওৱা আৰু ইয়াতে টোপনিওৱা বহুত তফাৎ। ইয়াত মহৰ উৎপাতত মানুহ বহাই টান। কিন্তু বোলে

'দ্ভোকে বিচাৰে কি আধা ভুখৰীয়া, টোপনিয়ে জানে কি হেতেম-টোকোৰা।'' দিনৰ প্ৰবিশ্ৰমৰ ভাগৰ। দুই এটা কথা পাতি দুয়োৰে টোপনি অলপ আহিল। দণ্ডীনাথৰ মাজে মাজে ভাল টোপনিয়েই আহে। তেওঁৰ নাকৰ ঘৰঘৰণিত বাঘ আহিছে বুলিয়েই ধাৰণা হয়। প্ৰফুল্লবো কম নহয়। নাক আৰু মুখৰ ফোচফোচ শব্দত মহ পলাইছে, মেকুৰী দুটামানে তাহাঁতৰে সঙ্গী বুলি শুঙি চাই গুচি গৈছে।

কিন্তু দুয়োৰো গভীৰ টোপনি অহা নাই। অকণমান ভাগৰ পলোৱাৰ পিছতে প্ৰফুল্লই সাৰ পালে। তেতিয়া নিশা নিৰ্জন হৈ পৰিছে। মাথো মাজে মাজে ঝিলি ঝিলি বিহুতলীৰ গান আৰু ঢোল-পেঁপাৰ শব্দ ভাঁহি আহি কাণত পৰিছে। প্ৰফুল্লই চকু মেলি দেখে তেওঁৰ চুটকেচটো ওচৰত নাই। প্ৰথমতে তেওঁ ইফালে-সিফালে চালে। জানোচা তেওঁৰ টোপনি অহাত দণ্ডীনাথেই ক'ৰবাত থৈছে। দণ্ডীনাথক মাতিলে প্ৰফুল্লই। কথাটো সুধিলে। দণ্ডীয়ে বোলে সৰ্বনাশ! কোনোবা চোৰে মাৰিলে। ইয়াত বিহু আৰু পূজাৰ দিন-কেইটাত চোৰৰ বৰ উৎপাত। তাহাতে ভাল চাই থাকে, যেনেকৈ পাৰে তেনেকৈ সৰকায়। কম কথাত হ'বলা ছাৰে মোক বখীয়া পাতি গৈছে? পিছে আপোনাৰ চুটকেচত কি কি বস্তু বা আছিল? চৌধুৰীয়ে ক'লে: মাকে কি কি বস্তু দিছিল মই ভালদৰে নাজানোৱেই। পিছে অইনবাৰ দিয়াৰ দৰে নিশ্চয় পিঠা-লাৰু, গামোছা দিছিল। দণ্ডীনাথে উস্-আস লগালে, বোলে হায় হায় বহুত দিন তিল পিঠা খাবলৈ পোৱা নাই। চোৰে নিনিয়া হ'লে এই অভাগাইও এখন চোবালোহেঁতেন। ৰঙা আচুৰ ফুল দিয়া গামোছা এখন ভাগত পালোহেঁতেন।

প্ৰফুল্ল মহা চিন্তাত পৰিল। কথাটো শুনিলে গোলাপীয়ে বৰ দুখ পাব। জী-জোৱায়েও নিশ্চয় দুখ পাব। গতিকে কথাটো জীয়েকৰ ওচৰত লুকুৱাই ৰাখিবলৈকে থিৰাং কৰিলে। দণ্ডীনাথক কলে: শুনা দণ্ডীকাই, তুমি কথাটো তোমাৰ ছাৰহঁতৰ আগত নকৰা। কিয়নো এনেকৈ চুটকেছটো চোৰে নিয়া বুলি জানিলে মোৰ ছোৱালীজনীয়ে বৰ দুখ পাব। গতিকে তেওঁলোকক নোকো-ৱাই ভাল। দণ্ডীনাথে বোলে ইমান ডাঙৰ কথা এটা লুকুৱাই ৰাখিবনে? আমাৰ ছাৰ ডাঙৰ মানুহ। চোৰ ধৰিবলৈ পাৰেইবা।

চৌধুৰীয়ে বোলে নালাগে। এইবিলাক চোৰ ধৰা পেলোৱা বৰ টান। আকৌ পুলিচ আহিলে এখন জুলুমহে। চুটকেছ এটা মই কিনি ল'ব পাৰিম।

অলপ পিছতে মাধুৰীহঁত আহিল। দণ্ডীনাথৰ লগতে দেউতাকঁকো তেনেকৈ থকা দেখি বৰ দুখ, আপচোচ কৰিলে। জোঁৱায়েক পবিত্ৰ বৰুৱাইও বৰ দুখ কৰিলে। তেতিয়া ৰাতি প্ৰায় পুৱাও পুৱাও। আটাইটি শুই থাকিল। দণ্ডীনাথ তেওঁৰ ঘৰলৈকে গ'ল। ঘৰ বেছি দূৰত নহয়। প্ৰফুল্ল চৌধুৰীৰ অলপো টোপনি নাহিল। ভালদৰে পোহৰ হওঁতেই চৌধুৰী উঠিল। গাটো ধুই ল'লে। পবিত্ৰ বৰুৱাৰ কাম কৰা তিৰোতাজনীও উঠি চাহৰ পানী তুলি দিলে। লাহে লাহে বাকীবোৰো উঠিল। সকলোৰে মুখ-হাত ধুই চাহৰ মেজত বহিল। বাটাৰ, ব্ৰেড কণী, বিস্কুট, মেগি, কলাকান আদি নানা তৰহৰ বস্তুৰে চাহ খালে। হাত-মুখ মচিবলৈ বুঢ়াক বিদেশী তাবেল উলিয়াই দিলে। মাধুৰী আৰু তেওঁৰ ল'ৰা ছোৱালী দুটাই সুগন্ধি চাবোনেৰে গা-পা ধুই শাড়ী, ছেলোৱাৰ দুপাট্টা ডিছকোপেণ্ট আদি পৰিধান কৰি টি, ভিৰ ওচৰত বহিল।

চৌধুৰী বুঢ়াৰ এটা দীঘল হুমুনিয়াহ ওলাই আহিল। ইয়াত বিহুৰ অকণমানো পৰিবেশ নাই। বহুৰৰ বিহু বুলি এখন পিঠা, এটা লাৰু নাই। বিহুৰ গামোছা এখন নাই। কুলি, কেতেকীৰ সলনি ইয়াত কাউৰী, শালিকাৰ মাথোঁ চিঞৰ – বাখৰ। চাহৰ মেজত বহি এাধুৰীহঁতৰ মাথোঁ ৰাতি ক্ৰাংচনত কোনে কি গালে, জমালে তাৰেই মেল। ইয়াত বিহু মানে সেয়েই।

বুঢ়া যাবলৈ ওলাল। মাধুৰীয়ে ক'লে—দেউতা, তই আজি যাব নেলাগে। কাইলৈ ৰাতিপুৱাই যাবি। চৌধুৰীয়ে ক'লে, যাওঁগৈ দে, মাৰ বৈ থাকিব তোৰ খবৰৰ কাৰণে। তহঁতকো লৈ যাবলৈহে কৈছে। যাবিনে? পবিত্ৰ বৰুৱাই ক'লেঃ আমি এতিয়া নাযাওঁ। এই মাঘ বিহুৰ সময়ত যাম। গাঁৱত কেইদিনমান থাকিমগৈ। এতিয়া কামো আছে। ছুটীও নাই। চৌধুৰীয়ে হ'ব বাৰু বুলি কৈ বিদায় মাগিলে।

আহোতে বেল গাড়ীত আহিল। ঘৰ পাওঁতে ৰাতি ভালেখিনি হৈছিল। গোলাপীয়ে শুবলৈ প্ৰায় যো-জা কৰিছিলেই। চৌধুৰীয়ে সকলো খবৰ ক'লে। গোলাপীয়ে কাণ পাতি সাধু কথা শুনাৰ

দৰে শুনিলে। কিন্তু শেষত যেতিয়া চুটকেচ্ হেৰোৱাৰ কাহিনীটো ক'লে তেতিয়া বুঢ়ীৰ বৰ দুখ লাগিল। চকুৰে দুটোপাল পানী ওলাল। বুঢ়ীয়ে ক'লেঃ মই অত কষ্ট কৰি পিঠা-পনাখিনি পুৰি, গামোছা কেইখন বই পঠিয়ালো—মোক ভগবানে এইখিনিহে দিলে। চৌধুৰীয়ে ক'লে: দুখ নকৰিবি, চোৰে চুৰি কৰিলে বোলে চাৰিগুণ বাঢ়ে। ভগবানে দিব দে। পিছে এটা কথা অ', মাধুৰীৰ মাক টাউনত বিহুৰ একো উম-ঘামেই নাই। তাত আমাৰ দৰে সেই তোৰ তিলপিঠা, টেকেলি পিঠা, তেল পিঠা আদি বনোৱা, বিহুৰ গামোছা বই উলিওৱা, গৰু-ছাগলীক গা-ধোওৱা, বাঁহৰ বিছনী আদি ধুই পথালি ব্যৱহাৰ কৰা, হাবিত শিয়াল পহু মৰা, খোপাত কপৌফুল পিন্ধা, হাতত জেতুকা লোৱা ইত্যাদি একো পৰিবেশেই নাই। আমাৰ এইবোৰ বস্তুৰ তাত কোনেও খবৰেই নকৰে অ'। তাত ব্ৰেড, বাটাৰ, মেগি, এগ চলে। দিছুকো, চেলোৱাৰ, শাড়ী, মেক্সি আদিহে বিহুত ব্যৱহাৰ কৰা হয়।

গোলাপীয়ে খাবলৈ দিলে চৌধুৰীক। বুঢ়াই মুখ হাত ধুই খালে। খাই খাই কথা পাতিও থাকিল। বুঢ়াই কলে: হেৰি অ' মাধুৰীৰ মাক, ইয়াৰ পিছত আৰু কোনো বিহুতে জোঁৱাইহঁতৰ ঘৰলৈ নাযাওঁ। তেওঁলোকৰ তাত বিহুৰ কোনো আদৰ নাই। গোলা-পীয়ে কলেঃ নহয়, নহয়। যাব লাগিব। বিহু বুলি বস্তু এটা আছে—তাক আমিয়েই তেওঁলোকক সোঁৱৰাই দি থাকিব লাগিব। নহ'লে বিহু একেবাৰে লোপ পাই যাব। চৌধুৰীয়ে ক'লে: তই অৱশ্যে কথাটো ঠিকেই কৈছ। মই আৰু এটা কাম কৰিম দে। কাইলৈ মই এখন ৰচনাৰ পুথি লিখিম। তাত বিহুৰ বিষয়ে এখন ৰচনা থাকিব। ৰচনাখনৰ নাম দিম—"গাঁৱৰ বিহু আৰু টাউনৰ বিহু'। পুথিখন জোঁৱাইকে ছপাবলৈ দিম। বুঢ়ীয়ে ক'লেঃ জোঁৱাইয়ে বেয়া পাব নেকি?

বিহুৰ বন্ধ মাত্ৰ দুদিন আছিল। তৃতীয়দিনা অফিচ খুলিব। পৰিব্ৰ বৰুৱাই শহুৰেক যোৱাৰ পিছত মাধুৰীক কলে: আজি মিঃ দ্বিপেন মজুমদাৰ আহিব। ইয়াতে লাঞ্চ খাব। যোগাৰ কৰা। মজুমদাৰ কমিচনাৰ। ভাওৰ বিষয়া। খোৱাটো ভাল হ'ব লাগিব। কাদাৰ ইন লাই কি কৰে সুধিলে কিন্নিনেছ কৰে বুলি কৰা।

তেনেতে এটা কনিষ্টবল চুটকেছ এটা লৈ আহি হাজিৰ। চটপ কৰে মাটিত ভৰি মাৰি চালাম এটা দি কলেঃ ছাৰ, যোৱা-কালি ৰাতি মই ডিউটি দিওঁতে ইফালে এবাৰ পাক এটা মাৰি দেখিলো দুজন মানুহ বাৰান্দাতে নাকৰ শব্দ তুলি শুই আছে। মই ভাবিলো কোনোবা চোৰ আহিলে চুটকেছটো লৈ য'ব পাৰে—গতিকে মরেই নি থৈ দিলো।

মাধুৰী আৰু পৰিৱ আচৰিত হ'ল। দণ্ডীনাথক মাতি পঠি-য়ালে। দণ্ডীনাথে ক'লেঃ হয় ছাৰ, আপোনাৰ শহুৰেকৰ চুটকেছ এইটো। আমি সাৰ পাই দেখো কাষত চুটকেছ নাই। পিছে তেখেতে মোক কথাটো আপোনালোকৰ আগত নক'বলৈ দঢ়াই দঢ়াই অনুৰোধ কৰাত মই নকলো।

মাধুৰীৰ মনটো মৰি গ'ল। চুৰি কটাৰী সুমুৱাই দি তলাটো ভাঙি চুটকেছটো খুলিলে। ভিতৰৰ বস্তুবোৰ দেখি ভেতিয়াহে মাধু-ৰীৰ মাকলৈ, দেউতাকলৈ আৰু চেনেহী গাঁৱৰ সেই অতীতৰ বিহুৰ দিনবোৰলৈ মনত পৰিল। মাধুৰীৰ চকুৰে সৰসৰকৈ পানী ওলাল।

মাধুৰীয়ে চুটকেছৰ পৰা গামোছা এখন উলিয়াই চকুৰ পানী-বোৰ মচি পেলালে।

— ০ —

# শেষ আশ্ৰয়

কৰ্ত্তিৰাম শইকীয়া খুব ব্যস্ত মানুহ। কিয়নো তেওঁ প্ৰায় সকলো সভা সমিতিতে উপস্থিত থাকিব লাগে। আজি-কালি দেশত অনেক সভা-সমিতিৰ জন্ম হৈছে। চৰকাৰৰ সভা, পাৰ্টিৰ সভা, সাহিত্যৰ সভা, কাৰ্য্যালয়ৰ সভা, গাঁৱৰ সভা আদি অসংখ্য সভা দিনে-নিশাই অনুষ্ঠিত হৈ আছে। এই আটাইবোৰ সভাতে শইকীয়া উপস্থিত থাকিব লাগে। শইকীয়া বৰ ব্যস্ত।

সভা সমিতি গাই নুফুৰা মানুহক কোনেও নাজানে। নাজানে দূৰৰ কথা; আনকি কোনেও ভালো নাপায়। শইকীয়াৰ হাতত লৈ ফুৰা এটি ছামবাৰ বেগ আছে। গলৰ পৰা ভৰিলৈকে বুটাম মৰা এটা কোট আছে। বেগত খবৰৰ কাগজ, দত পেন আৰু লিখি থাকিব পৰা বগা কাগজ আৰু এটা পকেট ডায়েৰী থাকে সভা সমিতিলৈ গ'লে এইখিনি তেওঁৰ চিৰসঙ্গী।

কিবা বিশেষ কামত শইকীয়াক লগা হলে, যদি কতো মিটিং নাথাকে তেনেহলে তেওঁক পোৱাৰ একমাত্ৰ স্থান হ'ল বকুল সাউদৰ বিস্কুটৰ দোকান। নৈৰ পাৰৰ এখন কেন্দ্ৰীয় ব্যৱসায়ৰ স্থানত বকুলৰ দোকান। আধুনিক নাম "বকুল ব্ৰাদাৰ্চ বেকাৰ এণ্ড কনফেকচনাৰ্চ।" তাতে সন্ধিয়া হলে কৰ্ত্তিৰাম শইকীয়া, নিবানন্দ বজাৰ পত্ৰিকাৰ বাতৰি যোগনিয়াৰ চিদানাথ বৰা, কমলা হোটেলৰ মালিক শিব বৈশ্য, আৰু মাটিৰ দালাল প্ৰাণনাথ ডেকা আদি বহি আড্ডায়ে ভাং খায়। নিচা নলগাৰ আগতে তেওঁলোকক লক্ষ্য কৰিলে দেখা যায়—কিবা যেন গুৰুত্বপূৰ্ণ গভীৰ যাদুকৰী আলোচনাত তেওঁলোক বহিছে। মুখত গভীৰ প্ৰশান্তিৰ ভাব, ধীৰ স্থিৰ কথা-বতৰা। আনকি তেওঁলোকৰ মুখত সামান্য হাঁহি এটিও লাগি নাথাকে। কিন্তু যেতিয়া ভাঙৰ নিচা আৰম্ভ হয় তেতিয়া কেৱল হাঁহি আৰু হাঁহি। হাঁহিত পাগত নুঠা বিস্কুটবোৰ ফাটি যায়, সন্মুখেৰে বোজাই ট্ৰাক এখন গলে যেনেকৈ বিস্কুটৰ টিনবোৰ জৰি উঠে তেনেকৈয়ে তেওঁলোকৰ সমবেত হাঁহিত যেন টিনবোৰ জৰি উঠে।

এনে এটা ভাং খাই অহা দিনতে মই শইকীয়াক লগ পালোঁ। সাধাৰণতে যিয়ে যি ব্যৱসায়ত থাকে লগ পালে তেনে ব্যৱসায়ৰ খবৰ-বাতৰিকে সোধা হয়। সেয়ে ময়ো শইকীয়াক সুধিলোঁ বোলে ভাওৰীয়া মিষ্টিওৰপৰা আহিল নেকি? তেওঁ কলে: নাই, নাই মিটিওৰ পৰা অথনিয়েই আহিলোঁ। আজি আগবেলাই আছিল। চেমিনাৰ। 'অসমীয়া নগ্ন সাহিত্যৰ পয়োভৰ' নামৰ বিষয়ক এখন চেমিনাৰ হৈছিল 'শিৱ সদনত'। তালৈকে গৈছিলোঁহে। এতিয়া অৱশ্যে ভাং খাই আহিছোঁ। দহ চিলিম টানিছোঁ। 'মাৰেক কহাই' সদাশিৱেও কিজানি ইমান ভাং খাব পৰা নাছিল। মই কলোঁ: হলেও শইকীয়া ইমান ভাং খোৱা ঠিক নহয়। শৰীৰৰ ক্ষতি সাধন কৰিব। তেওঁ সেঃ সেঃ সে. কৈ, বহুত বাৰ সেঃ সেঃ কৰিলে। এনে কৰোঁতে বিৰাট কাহ এটা উঠিল। শুকান কাহ। ভাং খাই গ্ৰীবাৰ অন্তৰভাগ শুকাই আছে। থু খেকাৰ নোলায়। তাৰ পিছত মোক কলে: হেৰি নিচা কোনে নাখায়? ৰজা-মন্ত্ৰী, বিষয়া-কেৰাণী, পিয়ন-মহৰি, দোকানী-পোহাৰী, সাহিত্যিক-সাংবাদিক, শিল্পী, বিধায়ক, এম পি সকলো প্ৰকাৰ লোকে এবিধ নিচা খায়েই। স্বাস্থ্যৰ কথা ভাবি কোনোবাই খোৱা কাৰ্য্য সম্পাদন কৰেনে? স্বাস্থ্য কাৰ কাৰণে লাগে? বিয়া নকৰোৱা মতা মানুহৰ কাৰণে স্বাস্থ্য লাগে। ছোৱালীয়ে পচন্দ কৰিব। আমি বিয়া-বাৰু কৰাই লেদা-লেদি ছলি তুলিছো। চাকৰি শেষ কৰিছোঁ শইকীয়াই বক্তৃতা আৰু দীঘলীয়া কৰিব খুজিছিল। নিচা খোৱা মানুহে লগ পালে, অৱসৰ পোৱা বুঢ়া মানুহে লগ পালে এৰিব নোখোজে। কোনো ৰকমহে শইকীয়াৰ পৰা সাৰি আহিব পাৰিলোঁ। নগ্ন সাহিত্যৰ কথা উলিওৱাই নহ'ল।

মই ভাড়া ঘৰত থাকোঁ। অকণমান এটা কোঠালি। চৰকাৰী আলিৰ ফালে মুখ কৰি মোৰ ঘৰৰ বাৰান্দাখন। মই প্ৰায় বাৰান্দাতেই বহিব লাগে। শইকীয়া মোৰ বাৰান্দাৰ আগেৰে অহা-যোৱা কৰে। গতিকে দিনটোত কেইবাৰ সভা-সমিতিলৈ যায়, কেইবাৰ ভাওৰ খোলালৈ যায়—মোৰ প্ৰায় চকুত পৰে। তদুপৰি মিটিং বিলাকলৈ তেওঁক নিমন্ত্ৰণ কৰা চিঠিবোৰ মোক প্ৰায় দেখুৱায়হি। তেওঁৰ কাৰণে সেইটো বৰ গৌৰৱৰ কথা। সাধাৰণতে ভি. আই. পি, ধৰণৰ মানুহেহে সকলোতে নিমন্ত্ৰণ পায়। কেতিয়াবা

তেওঁৰ কথা ভাবি আমাৰ লাজো লাগি যায়। আমি পৃথিবীত বৰ অপদাৰ্থ জীৱ বুলি অনুভৱ হয়। আমি যেন ভাত, মাছ খাবলৈহে পৃথিবীত জনম লৈছোঁ। আন কোনো কামৰে যোগ্য নহয়। ল'ৰা তিৰোতাইও আপদীয়া বুলি গঞ্জনাহে কৰে। শইকীয়াহঁত কিমান ডাঙৰ মানুহ! ডাঙৰ মানুহ বিধাক বৰ ব্যস্ত। তেওঁলোকৰ নানা টুৰ প্ৰগ্ৰেম থাকে, সভা-সমিতি থাকে। উদ্বোধন, উন্মোচন, স্থাপন, পৰিদৰ্শন আদি নেৰা-নেপেৰা বিষয়বোৰ তেওঁলোকৰ কাৰণে সদায় পিছে পিছে ফুৰে। শইকীয়া চাহাবো তেওঁলোকৰ শাৰীতেই পৰিছে।

এদিন শইকীয়াই মোকো লগ ধৰিছিল ঃ আহক বৰুৱা আজি মোৰ লগত এখন মিটিঙলৈ যাওঁ। মই সোধোঁ কি মিটিং? তেওঁ কলে—'মহিলা কল্যাণৰ মিটিং'। মই বোলো তেনে মিটিঙলৈ আপুনি নিমন্ত্ৰণ পাই নেকি হে? ঃ হয় হয়, মোক সকলোতে মাতে। নীলকান্তক জানে নহয়, তেওঁ তাৰে চেয়াৰমেন। তেওঁ আকৌ মোৰ তাহানি কালৰ ক্লাছ ফ্ৰেণ্ড আছিল। বাটত লগ পাই দিলে চিঠি এখন শইকীয়াই ক'লে। মই কিন্তু মিটিঙলৈ নগলো। মিটিঙৰ পৰা আহি পিচদিনা মোক বিৱৰি কলে বোলে বৰুৱা আমাৰ বিপদ আহিল। সিদিনা মিটিঙত মহিলা সকলে যিবোৰ প্ৰস্তাব লৈছে—সেইবোৰ কাৰ্য্যকৰী হ'ব লাগিলে আমালোক মৰিলো আক। মই সুধিলোঁ কওকচোন কি কি প্ৰস্তাব লৈছে। তেওঁ কলে যে এতিয়া আৰু শিক্ষিত, অৰ্দ্ধশিক্ষিত, অশিক্ষিত সকলোবোৰ মহিলাই ঘৰত সোমাই নাথাকিব। যিসকলৰ কোৰ্ট, কেছাৰী, পঢ়াশালি আছে তেওঁলোক নিজৰ নিজৰ কৰ্মস্থানলৈ এক ঘণ্টা আগতে যাব আৰু দুই ঘণ্টা পলমকৈ ঘৰলৈ আহিব। তেওঁলোকৰ স্বামী সকলে বন্ধা-বঢ়া, ল'ৰা ছোৱালীৰ প্ৰতিপালন কৰা—সকলোতে চকু দিব। দেওবাৰ আৰু আন আন বন্ধত চিনেমা চাবলৈ যাব, পিকনিক খাবলৈ যাব নতুবা বন্ধু-বান্ধৱীৰ ঘৰলৈ যাব। চাকৰি নকৰা সকলে তেল সেন্দুৰ ঘঁহি বজাৰলৈ যাব, চিনেমা চাব, সঙ্গীত সন্ধিয়া, যাত্ৰাগান, আনন্দ মেলা, প্ৰদৰ্শনী আদিলৈ যাব। জেলি বনোৱা, চিলাই কাটিং, পিঠা বনোৱা আদি প্ৰশিক্ষণ কেন্দ্ৰত নাম লগাই দিনটোত দুবাৰ দুবাৰ তাত যোগদান কৰিব—ইত্যাদি প্ৰস্তাব লৈছে।

কথাটো শুনি মোৰ ভয়ৰ কাৰণ শইকীয়াক কলোঁ। শই-

কীয়াই বোলে মোৰ জনীও আপোনাৰ দৰেই সাংঘাতিক। এইবোৰ কথা জানিলে মোৰ আৰু ঘৰত চাউল উঠিছেই বুলি ধৰি লব। মই কলোঁ ঃ এৰা এৰা এইবোৰ কথা ঘৰত জানিবলৈ দিদিয়াই ভাল। শইকীয়াই কলে: আপুনি মই নজনালে কি হব, এই খবৰৰ কাগজ কেইখনেই কাল হৈছে নহয়। ভাত-মাছ খোৱা সকলোবোৰ কথাই প্ৰকাশ কৰি দিয়ে। মই অৱশ্যে শইকীয়াক জানিবলৈ দিলোঁ যে মই ঘৰত খবৰৰ কাগজ ৰখাই নাই। পুথিভঁৰাল আদিতে পঢ়ি আছোঁ। শইকীয়াই কলে যে তেওঁ কাগজ নপঢ়িলেই হয়, সভা-সমিতিয়ে পাজাৰ আড্ডা আদিত খবৰবোৰ শুনিয়েই থাকে। গতিকে ঘৰত খবৰৰ কাগজ তেৰোঁ নাৰাখেই।

আন এদিন শইকীয়াক সুধিলোঁ বোলে শইকীয়া চাহেব আজি ক'ত মিটিং আছিলহে ? শইকীয়াই কলে ঃ আজি এখন ভাল আলোচনা চক্ৰ আছিল। "সদৌ অসম অৱসৰ বৃদ্ধ সংঘ"ৰ দ্বাৰা আয়োজিত এই সভাত সভানেত্ৰী হিচাপে যোগদান কৰিছিল বিশিষ্ট শিক্ষাবিদ শ্ৰীমতী মন্দিৰা বৰুৱাই। মই সুধিলোঁ তেওঁৰ ভাষণ কেনেকুৱা হৈছিল অলপ ক'বনে ? শইকীয়াই কলে : বৰ তেজোদ্দীপ্ত ভাষণ। তেওঁৰ মনত এটাই মাত্ৰ দুখ—তেওঁক কোনোৱে ভাল চকুৰে নাচায়। অথচ চাকৰি কালত তেওঁৰ ওচৰলৈ কত মানুহ গৈছিল। মাজতে মই কলোঁ—বৰ বৰ শইকীয়া, তেওঁৰ চাকৰি কালত ব্যৱহাৰ কেনে আছিল মই ভালদৰে জানোহে। তেওঁ আছিল এজনী নাম্বাৰ ওৱান ফটুৱা। নিজকে খুব জনা, বিজ্ঞ, ভব্য,-গব্য, মহিলা বুলি গপত ওফন্দি থাকে। পৰম শিক্ষাবিদ বুলি অহংকাৰত ছাত্ৰ-ছাত্ৰীহঁতক পতুৱাবকে নোখোজে। বোলে "আৰ ছিগা চুলি, তাৰ ছিগা চুলি—বান্ধি যাওঁ নেঘেৰী খোপা" লেখিয়া দুই এটা প্ৰবন্ধ লেখি সাহিত্যিকাৰ শাৰীত পৰিব খোজে হয়—পিছে আজিকালিৰ পাঠকে সেইবোৰ নপঢ়েহে। শইকীয়াই বোলে—উৰা, আপুনিতো বেছ খবৰ জানেহে ? আপুনি সাহিত্য নকৰে কিয় ? আপুনিতো ভাল লিখিব পাৰিব। বৰ, বৰ আপোনাকো মই মেল-মিটিঙলৈ নিয়া কৰিমহে।

আমাৰ কথা লাহে লাহে অলপ গহীন হৈ আছিল। শইকীয়াক সুধিলোঁ যে শেষত তেওঁ কি কলে। শইকীয়াই কলে যে শেষত

তেওঁৰ পৰামৰ্শ সমূহ সভাই প্ৰস্তাৱ আকাৰে লগে। সেইবোৰ হ'ল— অৱসৰ পোৱা বৃদ্ধ-বৃদ্ধাবোৰক চৰকাৰে উচ্চ হাৰত পেঞ্চন দিব লাগিব, দেশৰ সভা-সমিতিবোৰত তেওঁলোকক দিদ্দিণ্ট বক্তা, মুখ্য অতিথি আৰু সভাপতি আদি কৰি নিমন্ত্ৰণ কৰিব লাগিব, বাটে ঘাটে লগ পোৱা সকলো মানুহে এওঁলোকৰ লগত কমপক্ষেও পঞ্চাশ মিনিট কথা পাতিব লাগিব। ঘৰৰ পৰিয়ালে খোৱা-লোৱাত যথেণ্ট চকু দিব লাগিব। যেনে—ডাঙৰ মাছ দুটুকুৰা, ৰসগোল্লা, মাখন, কণী, ক্ৰীম, দৈ, আঙুৰ ইত্যাদি ভাল ভাল খাদ্যখিনি তেওঁলোকক খুৱাব লাগিব, যিমান খোজে সিমান দি থাকিব লাগিব, ভাত খোৱাৰ লগে লগে বিছনাখন সজাই দিব লাগিব, তেওঁলোকে আনৰ কথা নুশুনিব, কিন্তু তেওঁলোকৰ কথা অনবৰত শুনি থাকিব লাগিব, চিনেমা, টি ভি আদি চাব নোৱাৰিব, গল্প, উপন্যাস, যৌন সম্পৰ্কীয় কিতাপ-পত্ৰ, আদি পঢ়িব নোৱাৰিব— তাৰ পৰিবৰ্তে "আদি যামাল" "ভক্তৰত্নাৱলী" "শনিৰ পাঁচালি," "প্ৰহ্লাদ চৰিত্ৰ" আদি ধৰ্ম্ম পুথি পঢ়িব লাগিব, নপঢ়িলেও তেওঁলোকে পঢ়োঁতে ওচৰত বহি মন দি শুনিব লাগিব, আলহী আহিলে হাঁহি-খিকিন্দালি কৰি কথা পাতিব নোৱাৰিব আৰু আলহীক সোনকালে বিদায় দিব লাগিব, বিয়া বাৰুৰ ক্ষেত্ৰত তেওঁলোকৰহে পৰামৰ্শ অনুযায়ী প্ৰাৰম্ভিক কামবোৰ চলিব। যেনে ল'ৰাজন ছোৱালী চাবলৈ আহি তেওঁলোকৰ লগত কথা পাতিব লাগিব, ছোৱালীজনীৰ লগত চুপ্পতি মাৰিব নোৱাৰিব, ছোৱালী-হঁতে ঠেঙা, পায়জামা, পাঞ্জাবী, কামিজ আদি পুৰুষৰ পোছাক পিন্ধিব নোৱাৰিব, এইবোৰ প্ৰত্যেকেই নিজৰ নিজৰ পৰিয়ালত ইমপ্লিমেণ্ট কৰিব লাগিব, ইত্যাদি ইত্যাদি।

শইকীয়াক কলোঁ ঃ কথাখিনি মনে মনে পাতক। অইনে শুনিলে বৰ বিপদ হ'ব। এনেয়েই আমি বিৰক্তিৰ পাত্ৰ হৈছোঁ, তাতে এইবোৰ কথা শুনিলে আমাৰ খোৱা মুঠিৰো মুদা মৰিব। শইকীয়া খুব গহীন হ'ল। তেওঁৰ এটা দীঘল হুমুনিয়াহ ওলাই আহিল আৰু মোক ক'লে : বুইছেনে বৰুৱা, আমাৰ বহুত দুখ! মই যে এই সভা-সমিতিবোৰত ঘুৰি ফুৰোঁ তাৰে প্ৰধান কাৰণ হ'ল এইটোৱেই। ঘৰখনত আমি প্ৰায় অলাগতিয়াল জীৱৰ দৰেই হৈ পৰিছোঁ। সেই কাৰণেই এই সভা সমিতিবোৰলৈ গৈ অলপ মনৰ শান্তি পাওঁ। তদুপৰি সভা সমিতি আদিত মানুহ-দুনুহ মুঠেই নহয়। আনকি কৰ্মকৰ্তা সকলোৱেই প্ৰায়বোৰ উপস্থিত নাথাকে। এনেধৰণৰ মিটিংবোৰত মোৰ দৰে অনবৰত উপস্থিত থকা এজন শ্ৰোতা পোৱা বাবে আৰু মই যে সকলোবোৰ মিটিঙলৈ যাওঁ— এই কথাটো ৰাষ্ট্ৰ হোৱা বাবে মোক সকলোৱে, সকলো

ধৰণৰ মিটিঙলৈ নিমন্ত্ৰণ কৰে। আপুনিয়ো কেইদিনমান মোৰ লগত এনেধৰণে ফুৰা হ'লে এনে নিমন্ত্ৰণ পাব। যাব। মন শৰীৰ ভালে থাকিব। শইকীয়াৰ কথাটোত মই বৰ সকাহ পালোঁ।

শইকীয়াক মই আন এটি কথাৰে মন শান্ত কৰিলোঁ। তেওঁক কলোঁ যে আমি অৱসৰ পোৱা লোক হলেও সমাজত আমি অনাদৃত নহয়। কিয়নো আমাৰ চাকৰি কালত বন্ধুৰাম হাকিমৰ দৰে কাকো অন্যায় কৰা নাছিলোঁ। কটু কথা কৈ মানুহৰ মনত দুখ দিয়া নাছিলোঁ। বন্ধুৰাম হাকিমৰ বিষয়ে এতিয়া সকলো মানুহে একমুখেই কয় যে মানুহজনৰ ব্যৱহাৰ পগলা কুকুৰৰ দৰেই। তাহানি কালত নৰেশ্বৰ, ৰমণী, বাসৱ, সুৰথ আদি লোকৰ ঘৰত চেলেকি আহি এতিয়া তেওঁলোকক হেনো চিনিয়েই নাপায়। 'কোনো এটা ন্যায্য কামৰ বাবেও, নিজৰ মানুহ বুলি ঘৰলৈ গলেও কয়ঃ ইয়াত কিয় আহিছা? ঘৰত নাহিবা। অফিচলৈ যাবা। অফিচলৈ গ'লে ক'বঃ এইবোৰ কাম অফিচত নহয়, বাহিৰত লগ ধৰিবা। অমুকক লগ ধৰিলেই হ'ব। মানে তেওঁৰ দালালক। ইত্যাদি তেওৰ বিষয়ে বদনামৰ অন্ত নাই। কিন্তু আমি চাকৰি কালত কি কৰিলোঁ? এডোখৰ ঘৰ মাটিকে নহ'ল। কোনো ৰকম পেটটোকে পুহিব নোৱাৰিলোঁ। শইকীয়াই ক'লে : হয় হয়, ভাল কথা বকৰা। আমাৰ জীৱন অতি নিকা জীৱন। নিকা জীৱন সাথক জীৱন।

সময়ত দুয়ো এৰা-এৰি হলোঁ।

পিছদিনা আকৌ শইকীয়াক লগ ধৰিলো। তেওঁ পোনে পোনেই হুমুনিয়াহ এৰি ক'লেঃ বকৰা, আপুনি পাৰিলে মোক ভাং খোৱাটো একবাৰ দিয়ক। সেই বজ্জাত কেইটাৰ লগ লাগি মই মৰিলোঁ। ঘৰত গালি খাওঁতে খাও'ত বিৰক্তি লাগিছে। আপোনাক আজি সঁচা কথা কওঁঃ মই যোৱা বেছি ভাগ মিটিঙেই মিছা মিটিং,' বুইছে। ঘৰৰ খেচ-খেচনিত বাহিৰলৈ গৈ বুঢ়ীৰ আগত মিটিঙত যোৱা বুলি কওঁ। আপোনাৰ আগতো প্ৰায় তেনেকৈয়ে কওঁ। মই কলোঁ. শইকীয়া মনে মনে ক'ব। ভাং খোৱা আপোনাক এৰুৱাম। কিন্তু মিটিং এৰিব নালাগে। 'মিছা মিটিং' হলেও কাইলৈৰপৰা ময়ো আপোনাৰ লগতে ওলাই যাম। ঘৰখনত হুদু ৰহাদি থাকোঁ বুলি মোকো খেচখেচাই থাকে। আপোনাক মিটিং পাই ফুৰা মানুহ বুলি আমাৰ ঘৰত প্ৰশংসা কৰে। ময়ো আজৰি-পৰা আপোনাৰ সঙ্গ। দুয়ো সদায় ওলাই যাম। দুয়ো দুয়োৰে লগৰীয়া। বৰ পুখুৰীৰ পাৰৰ বকুল জোপাৰ তলত আমি বহিম। ভালে কোনো নাযায়। সেয়ে হ'ব আমাৰ অৱসৰ বিনোদন শিবিৰ। শইকীয়াই ভাল পালে।